NOTES ON

# চিন্তামণি



BY

## An Experienced Head Master

—CONTAINING—

Short **life-sketch** of writer—**Summary** and **Substance**—
—Critical appreciations—Word-notes—**Allusions**—
**Exhaustive explanations** with references—
**Grammatical notes** on all difficult words
—and all possible **Questions** with
full **Answers.**

FIRST EDITION

Price Rs. 2/8/

Lawyer's Book Stall,
Gauhati

# গ্ৰন্থকাৰৰ চমু পৰিচয়

এই গ্ৰন্থ প্ৰণেতা বাগ্মীবৰ শ্ৰীযুত নীলমণি ফুকন ডাঙৰীয়া বৰ্ত্তমান অসম ব্যৱস্থাপক সভাৰ বিশিষ্ট সভ্য। যোৰহাট নগৰত ৺ শিৱ প্ৰসাদ বৰুৱাৰ নগৰীয়া ঘৰতে থাকে।

ফুকনদেৱ অসমৰ খ্যাতনামা কায়স্থকুলৰ দুৱৰা কাকতি বংশৰ লোক। পূৰ্ব্বে তেখেতৰ পূৰ্ব্বপুৰুষ সকল শিৱসাগৰৰ চাৰিঙ্গত আছিল। পিচে ৺ লথৌ বুৰা খাৰ ঘৰীয়া ফুকনে যোৰহাটত, হাকিমৰ, কাম কৰিব লগা হোৱাত যোৰহাটৰ "বঙ্গাল পুখুৰী" নামে ঠাইত ঘৰ-বাৰী কৰি থাকিবলৈ লয়। কিন্তু কিছু দিনৰ পাছত আকৌ ডিব্ৰুগড়লৈ বদলি হোৱাত ডিব্ৰুগড় নগৰৰ আমোলাপটীত মাটিবাৰী কিনি লৈ ঘৰ—দুৱাৰ কৰি নিগাজীকৈ থাকি যায়। এই সময়তে হাকিমে এই নগৰত যথেষ্ট স্থায়ী সম্পত্তি অৰ্জ্জন কৰে, যাৰ জিলিকনি এতিয়াও মাৰ যোৱা নাই। কথিত আছে, "খাৰ-ঘৰীয়াৰ প্ৰতাপত বনৰ বাঘেও দঢ়ায়।" ফুকন-বাৰী চাহবাগান, তিতাবৰ হামদৈ পথাৰৰ ফুকনৰ ঘাট, সৰ্ব্বসাধাৰণৰ পৰিচিত কথা। এনে সা-সম্পত্তিৰে বেষ্টিত হৈয়ো সুখ সমৃদ্ধিৰ মাজৰ পৰাই খাৰ-ঘৰীয়া দেৱক এদিন যমে টিকনিত ধৰি টানিলে। তেখেতে ইচাট-বিচাট নকৰি সুযোগ্য পুত্ৰ

৺ লম্বোদৰ ফুকনৰ হাতত সকলো ভাৰ শোধাই দি শান্তি ধামলৈ যাত্ৰা কৰিলে। বাঘৰ পোৱালী বাঘ! এখেতো ডিব্ৰুগড় কাছাৰিত দক্ষতাৰে মুক্তিয়াৰ কাম চলাই পিতৃ সম্পত্তি অটুট ৰাখি মহানন্দে কাল কটাইছিল। কালক্ৰমে ৺ লম্বোদৰেও দুটি পুত্ৰ আৰু তিনি গৰাকী কন্যা সন্তান থৈ এদিন ইহ সংসাৰ ত্যাগ কৰিলে।

বৰটি লৰা শ্ৰীযুত গনেশ চন্দ্ৰ ফুকন নীলমণি বাগানৰ কৰ্ণধাৰ স্বৰূপে থাকি কিছুদিনৰ আগতে সেই কাম এৰি কংগ্ৰেচৰ কামত দেহে কেহে লাগি অপাৰ আনন্দত ডিব্ৰুগড়ৰ নিজৰ ঘৰতে আছে।

দ্বিতীয় জনেই এই প্ৰবন্ধৰ নায়ক শ্ৰীযুত নীলমণি ফুকন, যাৰ বিষয়ে অন্য দফাত কবলৈ মন থাকিল।

প্ৰথম গৰাকী কন্যা যোৰহাটৰ বিখ্যাত ধনী ৺ ৰায় বাহাদুৰ বিষ্ণুৰাম বৰুৱাই বিবাহ কৰে, দ্বিতীয় গৰাকী গোলাঘাটৰ ৺ কেশৱ চন্দ্ৰ বৰুৱাই বিবাহ কৰায়। তেখেতে এতিয়াও শ্ৰীযুত গিৰীশ চন্দ্ৰ বৰুৱা অৱসৰ প্ৰাপ্ত হেড্‌মাষ্টৰ আৰু শ্ৰীযুত নগেন্দ্ৰ নাথ বৰুৱা মিউনিচিপেল চেয়াৰমেন ডাঙৰীয়াক বুকুত লৈ মহাসুখে কালাতিপাত কৰিছে। তৃতীয় গৰাকী যোৰহাটৰ ঢেকীয়া জুলীৰ ৺মালভোগ বৰুৱা চিৰস্তাদাৰৰ বৰপুত্ৰ ৺ যদুৰায় বৰুৱালৈ পৰে। তেখেতৰ পো-নাতিৰ কথা কোৱা অতিৰঞ্জিত মাত্ৰ।

আমাৰ প্ৰবন্ধৰ নায়ক দেশ-সেৱক বিখ্যাত বাগ্মীবৰ শ্ৰীযুত নীলমণি ফুকনদেৱে যোগ্যতাৰে বি-এ মহলাত উৰ্ত্তীৰ্ণ হৈ সহজ সাধ্য চৰকাৰী কামলৈ মন নকৰি সম্ভৱতঃ ১৯১৩।১৪ চনতে ডিব্ৰুগড়ত জৰ্জ্জ হাইস্কুল স্থাপন কৰি, অশেষ ত্যাগ আৰু শ্ৰম স্বীকাৰ কৰি স্কুল খনি সৰ্ব্বাঙ্গ সুন্দৰ কৰি ৰাইজক সোধাই দিয়ে আৰু সেই স্কুলে

এতিয়াও তেখেতৰ সু-কীৰ্ত্তি ঘোষণা কৰিব লাগিছে। ইয়াৰ পাছত তেখেতে অন্যান্য প্ৰজা-হিতকৰ কামলৈ মন মেলে।

যোৰহাটলৈ আহি "বাতৰি" নামৰ বাতৰি কাকতৰ সম্পাদক হৈ সময়োপযোগী জনহিতকৰ অনেক উপদেশেৰে অসমীয়াক পৰিতুষ্ট কৰে; এবাৰ অসম কাউন্সীলৰ সভ্য হৈ সদৌ অসমীয়াৰ, এবাৰ যোৰহাট মিউনিচিপেল বৰ্ডৰ চেয়াৰমেন হৈ যোৰহাট বাসীৰ যথেষ্ট লোকহিতকৰ কাম কৰাৰ কথা সকলোৱে জানে। তেখেতে অসম শিক্ষক সভাৰ সভাপতি হৈ অসমৰ দুখীয়া শিক্ষকৰ অৰ্থে অনেক লাগতিয়াল প্ৰস্তাৱ লৈ কেইবাটাও কাৰ্য্যত খটুৱাই উপকৃত কৰে। অসম সাহিত্য সভাৰ বিশিষ্ট সভ্য আৰু বৰ্ত্তমানেও স্থায়ী সভাপতি স্বৰূপে থাকি মাতৃ ভাষাৰ উন্নতিৰ বাবে দেহে কেহে খাটিছে।

এই বোৰৰ উপৰিও তেখেত ছাত্ৰ সকলৰ নলে গলে লগা বন্ধুৰদৰে কাম কৰি অসমীয়া তৰুণৰ হৃদয়ফলিত কষতি শিলত সুবৰ্ণ মক্ষিকাৰ দৰে জিলিকি আছে। এতিয়াও তেখেত কলিৰ (প্ৰায় ৬০ যাঠী বছৰীয়া) বৃদ্ধ হৈয়ো ডেকাৰ দৰে মন প্ৰাণ ঢালি অসম ৰেইলওৱে বৰ্ডৰ আৰু অসমীয়া তৰুণৰ উন্নতি কল্পে চেষ্টা কৰা দেখি স্তব্ধ মানিব লাগে।

ফুকনদেৱ বাস্তৱিকে এজন সভাশুৱণি, সাদৰী মাতৰ মধুৰ ভাষী, উচিত বক্তা, নিৰ্ভীক, পৰোপকাৰী, উদাৰ, সাহিত্যানুৰাগী, অক্লান্ত কৰ্ম্মী, জনসেৱক, আদৰ্শ বক্তা আৰু সমাজ জিনা পুৰুষ। তেখেত অতিথি সৎকাৰ, দান-দক্ষিণা কৰা আদি কামতো পিচপৰা লোক নহয়। নীলমণি অসমমাতৃৰ কণ্ঠত সঁচাকৈয়ে "নীলমণি" জিলিকাৰ দৰে জিলিকিছে। কোনোবিষয়ে কবলৈ ধৰিলে তেখেতৰ মাত যে

থোকাথুকি নহয়েই, ভাষাতোও কেৰোণ নালাগেই, যিমানেই গধুৰ ভাৱৰ কথা নহওক তেখেতে সামান্য সামান্য উপমাৰে সৰল ঘৰুৱা কথাৰে যেনেকৈ বুজাব পাৰে তাক অশিক্ষিত লোকেও নুবুজাকৈ নাথাকে। এই বাবেই তেখেতক অসমীয়া সমাজে বাগ্মীবৰ উপাধিৰে ভূষিত কৰিহে সন্তোষ পাইছে।

কোৱা বাহুল্য যে, তেখেতৰ চিন্তামণিৰ মাজেদি তেখেতৰ কাৰ্য্যকলাপৰ যথেষ্ট আদৰ্শ ফুটি ওলাইছে।

---

# গ্ৰন্থৰ চমু পৰিচয়

চিন্তামণি—গ্ৰন্থ খনিৰ এই নামটোত গভীৰ অৰ্থ নিহিত আছে। অন্য কোনো অৰ্থ বুজালেও গ্ৰন্থত থকা পাঠ কেইটিয়ে "মহৎ জীৱনৰ" অৰ্থহে বুজায়। মানৱ জন্ম সততকাই লাভ কৰা সহজ নহয়। ই অমূল্য বস্তু। ইয়াক লাভ কৰি ৰিফলে নিওৱা উচিত নহয়। ঈশ্বৰৰ ইচ্ছা পূৰ্ণ কৰা সকলো মানুহৰে মুখ্য ধৰ্ম্ম। মানৱ জন্ম লাভ কৰাৰ সাৰ্থকতা ঈশ্বৰৰ ইচ্ছাৰ অনুকূলে কৰা কাৰ্য্যতহে। গ্ৰন্থ কৰ্ত্তাই গ্ৰন্থত যি যি উপায়ে মনুষ্য জন্ম সাৰ্থক কৰিব পাৰি তাৰ চমু আভাস দিছে।

সৰু পুথি খনি বাইশটি পাঠেৰে পৰিপূৰ্ণ। ঠিক যেন কণ্ঠত পিন্ধা এধাৰ মণিত বাইশটি বহুমূলীয়া উজ্জ্বল ৰত্নহে গঁথা আছে।

গ্ৰন্থকৰ্ত্তাই আৰু দেখুৱাইছে যে সংসাৰত মানৱজন্ম লাভ কৰি বহুত কৰ্ম্ম কৰিবৰ আৱশ্যক। সেই সকলো কৰ্ম্মৰ ভিতৰত জন্ম-

ভূমিৰ প্ৰতি শ্ৰদ্ধাৱান হোৱা আৰু তাৰ কল্যাণ কামনা কৰাই মুখ্যতম্।
অথচ তাৰ বাবে বহুত শিক্ষাৰ আৱশ্যক। সমাজ বদ্ধ নহলে যুগধৰ্ম্মৰ লগত উধাব নোৱাৰিলে, পুৰণি বুৰঞ্জী নাজনিলে, তৃৰুণ শক্তিক সজাগ কৰি নুতুলিলে দুৰ্ব্বল বৃদ্ধই বা কু-সংস্কাৰ ভাবাপন্ন মানুহে উন্নতিৰ সোপানত খোজ চলোৱা টান।

পৰাধীনতাই মানুহৰ সকলো সজভাব আবৰি ৰাখে। পৰাধীনতাৰ শৃঙ্খলে মানুহৰ উন্নতিত বাধা জন্মায়। ছেগ বুজি কাম কৰিব নোৱাৰিলে জাতি বা সমাজৰ উন্নতি অসম্ভৱ। কৰ্ম্ম কৰিবলৈ আকৌ কৌশল জনাও দৰ্কাৰ। এলাহে কৰ্ম্মৰ দ্বাৰ ৰোধ কৰে, প্ৰতিজ্ঞাবদ্ধহৈ সংশয়ক দূৰত ৰাখি সংসাৰৰ কাৰ্য্য ক্ষেত্ৰত আগবাঢ়িব লাগিব। প্ৰতিশোধ হিংসাৰ অন্য নাম মাত্ৰ ; গতিকে আমি সদাচাৰৰ আশ্ৰয়লৈ হিংসাদ্বেষ বৰ্জ্জন কৰিব লাগিব। অসমীয়া মানুহে অনেক স্থলত কপালক ধিয়ায়। ই উন্নতি পথৰ কণ্টক স্বৰূপ। কৰ্ত্তব্য কাৰ্য্যৰ হেলা, ভূত ভবিষ্যতৰ নিন্দা আদি পৰিহাৰ কৰি সৎসাহসেৰে দৃঢ় মনা হৈ নিজ চৰিত্ৰৱান লোকৰ আদৰ্শ মানিলৈ নিজৰ সমাজৰ আৰু দেশৰ উন্নতি কৰাৰ আভাস গ্ৰন্থৰ মাজে মাজে প্ৰকাশিত হৈছে। আত্মজ্ঞানীয়েহে এনে উন্নতিৰ সম্পূৰ্ণ আশা কৰিবৰ যোগ্যতা অৰ্জ্জন কৰে। শেষৰ পাঠটিত গ্ৰন্থ কৰ্ত্তাৰ মহান উদ্দেশ্য মানব ধৰ্ম্ম পৰিষ্কাৰ ৰূপে প্ৰকাশ পাইছে।

---

# সূচী

NOTES ON

# চিন্তামণি

## জন্মভূমি

**সাৰমৰ্ম্ম** :—মানুহে উপজিয়েই যি দেশৰ মাটিত পৰে, যি দেশৰ পানীৰে মলিয়ন দেহ ধুই নিকা কৰে, যি দেশৰ বতাহেৰে উশাহ নিশাহ লয়, যি দেশৰ উপাৰ্জ্জিত আহাৰ মুখত দিয়ে সেই দেশেই তেওঁৰ জন্মভূমি। গ্ৰন্থ কৰ্ত্তাৰ তেনে জন্ম-ভূমিৰ আলোচনাত তেজী-মলাৰ দেশ অসমী আইৰ কীৰ্ত্তন কৰা বুজা যায়।

আমাৰ জন্মভূমি অসম এখনি অতি পুৰণি সৌৰ্য্য বীৰ্য্য পূৰ্ণ প্ৰকৃতিৰ ৰম্যভূমি। ই ঐতিহাসিক তত্ত্বেৰেও পৰিপুষ্ট। সুজলা সুফলা শস্য শ্যামলা মাতৃভূমি অসমৰ দৰে দেশ পৃথিবীতে বিৰল। ইয়াতেই নৰকাসুৰ ভগদত্ত, বান, কুমাৰ-ভাস্কৰ আদি বীৰে জন্ম লভি অখণ্ড প্ৰতাপে মেদিনী কঁপালে। অসম মাতৃৰে সু-সন্তান শ্ৰীশঙ্কৰ, মাধৱ, দেৱ দামোদৰ আৰু কবি সৰস্বতীয়ে বেদ-গানেৰে আকাশ নিনাদিত কৰি হৰি-ভক্তি অমৃত স্বৰ্গৰ পৰাই নমাই আনি অসমীয়াক পান কৰাই পৰিতৃপ্ত কৰিলে। এই পাঠে গ্ৰন্থকৰ্ত্তাৰ জন্মভূমিৰ প্ৰতি একান্ত অনুৰাগৰ পৰিচয় দিছে। তেখেত মৰিও ইয়াতে পুনৰ লব বুলি মাতৃ-ভূমিৰ প্ৰতি প্ৰগাঢ় ভক্তি দেখুৱাইছে।

## টোকা অৰ্থ আদি

ভস্ম ঃ—গোবৰ খুটিৰ ছাই। ইয়াকে বিভূতিও বোলে।

অনিৰ্ব্বচনীয় ঃ—বৰ্ণনা কৰিব নোৱৰা, প্ৰকাশৰ অতীত, বোধ-গম্য নোহোৱা।

সঞ্জীৱনী ঃ—যি শক্তিৰ দ্বাৰাই মৃতকেও পুনৰ প্ৰাণ পায়, সংজ্ঞাহীন জনে সংজ্ঞালাভ কৰে, অচেতনে চেতনা লাভ কৰে।

**টোকা ঃ**—এসময়ত পাণ্ডৱ সকলে ৰাজসূয় যজ্ঞৰ অৰ্থে ঘোঁৰা মেলি দি চিত্ৰাঙ্গদাৰ দেশ মণিপুৰত উপস্থিত হয়হি। তাৰ ৰজা বভ্ৰুবাহনে সেই ঘোঁৰা বন্দী কৰাত ঘোঁৰা মোকোলাবলৈ যুদ্ধ কৰি বভ্ৰুবাহনৰ হাতত পাৰ্থৰ মৃত্যু হয়। পাণ্ডৱ সখা ভগৱান শ্ৰীকৃষ্ণই পাতালপুৰৰ পৰা মৃত-সঞ্জীৱনী আনি অৰ্জ্জুনক প্ৰাণ দিয়ে।

## পুণ্যপীঠ—

**টোকা**—দক্ষ যজ্ঞত দক্ষকন্যা সতীয়ে স্বামী শিৱৰ পূজা নেদেখি বৰং পতি নিন্দাহে শুনি প্ৰতিবাদ স্বৰূপে সভাস্থলতে প্ৰাণত্যাগ কৰে। শিৱই এই কথা জানিবলৈ পাই খং আৰু বেজাৰত মৰ্ম্মাহত হৈ যজ্ঞস্থলৰ পৰা সতীৰ দেহ কান্ধত লৈ পৃথিবী পৰ্য্যটন কৰে। কিছুদিনৰ পাছত শৱ গেলিপচি ভাৰতৰ নানাঠাইত অঙ্গ বিলাক ছিগি ছিগি পৰিল। এই ছিগা অঙ্গ একান্ন ঠাইত পৰিছিলবুলি প্ৰৱাদ আছে। সেই একান্ন খনকে পীঠ বোলে। যেনে, কামাখ্যা পীঠ।

ইয়াত বাজে য'ত অন্য দেৱতা সকলৰ পূজাৰ অৰ্থে মঠ মন্দিৰ পতা হৈছে নাইবা পবিত্ৰ ভাৱ জন্মোৱাৰ ঠাই বিশেষকে তীৰ্থ বোলে। যেনে জগন্নাথ, দ্বাৰকা ইত্যাদি।

দীপ্ত হৈ উঠে—জিলিকি উঠে, গৌৰৱ ঘোষণা কৰে।

পুলকিত—আনন্দিত, প্ৰফুল্লমনা।

অনাবিলভাব ধাৰা—সৎ সিদ্ধান্ত, সত্যতত্ত্ব, নিৰ্ভুল—উপদেশ শিক্ষা,

অৱগাহন—গা ধোৱা, স্নান।

স্নেহাতিশয্য—অতিপাত মৰম; গাঢ়প্ৰেম,

পৰ্ণকুটীৰতো—থেৰৰ জুপুৰী ঘৰতো। আশ্ৰম-সুলভ—ঋষিমুনি সকলৰ আশ্ৰমত পোৱা।

দাবানলতো—দপ্ দপকে জ্বলা জুইতো, বনাগ্নিতো।

**টোকা**:—মাঘবিহুৰ মেজিৰ জুইক ইয়াৰ:লগত তুলনা কৰিব পাৰি।

যজ্ঞকুণ্ড—যজ্ঞৰ আহুতিৰ ঠাই বিশেষ।

আনন্দাশ্ৰু—আনন্দত ওলোৱা চকুপানী।

**টোকা**:—কান্দিলে যি দৰে চকুপানী ওলায়, মানুহে হাঁহিলেও তেনেকৈ চকুলো বয়।

শ্মশানঃ—মৰিশালি, য'ত শই শয়ন কৰে।

শেষ-নিশ্বাস—মৃত্যুৰ সময়ত টনা দীঘল উশাহ।

সতীৰ্থ-সকলৰ—তীৰ্থত থকা লোক সকলৰ, সাধু সকলৰ, পাণ্ডা সকলৰ। গ্ৰন্থ লিখকে কৈছে যে মানুহে মৰি-আকৌ জন্মভূমিতে জন্ম লয়।

## ব্যাকৰণাদি—

আজন্ম—অব্যয়ীভাৱ সমাস—"জন্মৰ পৰা"।

ধূলিকণা—ষষ্ঠী তৎপুৰুষ-সমাস—"ধূলিৰকণা"।

নাদুৰি-সাঁতুৰি—অনুৰূপ ধাতু ।

পবিত্ৰ—পো + ইত্ৰ ।

চৰাই চিৰিকটি—অনুৰূপ শব্দ ।

তৰু-লতা—দ্বন্দসমাস—"তৰু আৰু লতা" ।

পাৰক-জ্ঞান ষষ্ঠী-তৎপুৰুষ—"পাৰকৰ জ্ঞান" ।

আনন্দাশ্ৰু—আনন্দ + অশ্ৰু ।

উজ্জ্বল—উৎ + জ্বল ।

পুষ্পিতা—স্ত্ৰী লিঙ্গ ।

মুক্তি—মুচ্ + ক্তি । আমাৰ ধৰ্ম্ম শাস্ত্ৰ মতে মুক্তি চাৰি প্ৰকাৰ—

(১) সালোক্য—বৈকুণ্ঠত প্ৰবিষ্ট হোৱা

(২) সান্নিধ্য—ভগৱন্তৰ ওচৰ পোৱা

(৩) সাৰূপ্য—ভগৱন্তৰে একে ৰূপ ধাৰণ কৰা ।

(৪) সাযুজ্য—ভগৱন্তত লীন যোৱা ।

**জন্মভূমিৰ প্ৰাকৃতিক অৱদান—**

তেল, কয়লা, গঁড়, হাতী পহু-শিং, ছাল, কাঠ, বেত, আদি যথেষ্ট উৎপন্ন হয় । অসমৰ চাহে যেনেকৈ মাতৃভূমিৰ গৌৰব ঘোষণা কৰিছে, এড়ি মুগা, পাটেও সম্মান বঢ়াইছে ।

আত্ম বলিদান—দ্বিতীয়া তৎপুৰুষ সমাস "আত্মক বলিদান" ।

**টোকা**—সৰলা কোমলা বালা জয়ায়ো পতি, পুত্ৰ, প্ৰিয়জনক তেজি মাতৃভূমিৰ কল্যাণ সাধি গৈছে ।

## কঠিন বাক্যৰ সৰল অৰ্থ—

১। যি ঠাই আজন্ম তীৰ্থস্থান সদৃশ—

**অৰ্থ**—গ্ৰন্থ কৰ্ত্তাই, অসম মাতৃক অসমীয়া মানুহে ওপোজাৰে পৰা মৰনলৈকে তীৰ্থস্থানৰ দৰে পবিত্ৰ বুলি ভাবে আৰু শ্ৰদ্ধাভক্তি কৰে, কোনোবাই অকনিমানো নিন্দা কৰা শুনিলে প্ৰাণপণে প্ৰতিবাদ কৰে বুলি বৰ্ণনা কৰিছে।

২। যি ঠাইৰ দেৱতাকো আনৰ উপাস্য হবলৈ দিবৰ মন নাযায়—

**অৰ্থ**—এক ৰকমে চালে ই যদিও সীমাবদ্ধ বুলিয়েই অনুভৱ হয় কিন্তু জন্মভূমিৰ প্ৰতি প্ৰগাঢ় ভক্তি দেখুৱাতে সেই দোষৰ হাত সাৰিবলৈ এইভাৱে ঠাই এৰি দিছে।

৩। য'ত জীৱন সঙ্গীতৰ সুৰ লয় পায়—

**অৰ্থ**—জন্মভূমিৰ কল্যাণ সাধিবলৈ কাকো উদগাবৰ আৱশ্যক নাই। স্বভাৱতে লৰা, বুঢ়া, মতা, মাইকী সকলোৱেই জন্মভূমিৰ কল্যাণ কামনা কৰে।

## প্ৰশ্ন, উত্তৰ সঙ্কেত আদি

১। **প্ৰশ্ন**—"যি ঠাইৰ মাটিত সোনৰ চপৰা উঠে যেন লাগে" কিয় ?

**সঙ্কেত**—অসম কৃষি প্ৰধান সুজলা সুফলা দেশ, যি খেতি কৰা যায় মাটি সাৰুৱা গুণে সেয়ে হয়। বছৰৰ প্ৰায় সকলো ঋতুতে বৰষুনো আছে।

২। **প্ৰশ্ন**—"বালিয়ে ভৰিৰ তলুৱা পুৰিলেও তালুৱেদি জীৱ নাযায়" কিয় ?

**সঙ্কেত**—গ্ৰীষ্মকালত অসমৰ মাটি নৈ পাৰৰ বালি যদিও ভৰি দিলে পুৰি নিয়া তপত হয় তথাপি ওপৰৰ চেঁচা বতাহে দেশ শীতল কৰে।

৩। **চমুটোকা লিখা**—তেজীমলাৰ সাধু, চিলনী জীয়েকৰ সাধু, চৰাই চিৰিকটিৰ মাতত মন পুলকিত হয়।

৪। **প্ৰশ্ন**—অসমৰ গৌৰব আৰু ছয় ঋতুৰ বৰ্ণনা দিয়া।

৫। **প্ৰশ্ন**—তলৰ শব্দ বোৰত একোটি শুৱলা পূৰ্ণবাক্যত খটুৱাবা—

চৰাই চিৰিকটি, ক্ষিপ্ৰগতি,
থৌকি-বাথৌ, নাহুৰি-সঁাতুৰি আৰু মৰহা।

**সঙ্কেত ঃ**—

**চৰাই চিৰিকটি**—যি ঠাইৰ চৰাই চিৰিকটিৰ আনন্দতো প্ৰাণ পুলকিত হৈ উঠে—সেই ঠায়েই স্বৰ্গতো অধিক জন্মভূমি।

**ক্ষিপ্ৰগতি**—বিজুলী সঞ্চাৰত প্ৰাণৰ ক্ষিপ্ৰগতি অনুভৱ কৰিব পাৰি।

## থৌকি-বাথৌ, নাহুৰি-সঁাতুৰি

যি ঠাইত হৃদয়ৰ থৌকি বাথৌ কৰি থকা ভাব তৰঙ্গত নাহুৰি-সাঁতুৰি থাকিলে মনৰ মলিয়ন কাটে—সেই পবিত্ৰ স্থানেই জন্মভূমি।

**মৰআঁউসী**—যি ঠাইৰ মৰআঁউসীও উজ্জলী সেয়ে আমাৰ জন্মভূমি।

**মৰহা**—মৰহা ফুলৰ সৌৰভ না যায়।

# সমাজ

**সাৰমৰ্ম্ম** ঃ—সমাজ:উন্নতিৰ মেৰুদণ্ড। যি জাতিৰ সমাজ নাই সেই জাতি সভ্যতাৰ নিচেই তলত পৰি থাকে; আনকি আত্ম-ৰক্ষা কৰাই অসম্ভৱ হৈ পৰে। ইতৰ জন্তুৰ ভিতৰতো সমাজ দেখা যায়। মানুহৰ মাজাত সৃষ্টি হবৰে পৰা মানুহে ঈশ্বৰৰ বিষয়ে আলোচনা কৰিবলৈ ধৰিলে আৰু তাৰে ফল সমাজ সেৱা, আত্মবোধ, দেশাত্ম-বোধ আধ্যাত্মিক অনুভূতি আদি। সেই বিলাকৰ সম্যক আলোচনাই বেদাদি শাস্ত্ৰ।

সমাজেই সমাজৰ নায়ক, প্ৰতিপালক, আৰু শিক্ষকৰ কামো কৰে। দেখা যায় সমাজেই সমাজক উন্নতিৰ আগশাৰীত তুলি জগতত অক্ষয় কীৰ্ত্তি ৰাখিব পাৰে!

আজি হিন্দু সমাজত উখলমাখল লগা দেখা যায়, পুৰাকলীয়া ধনী বা উচ্চ আৰু নিৰ্ধন বা দৰিদ্ৰ শ্ৰেণীৰ দুইবিধ সমাজক মাত্ৰ এবিধত পৰিণত কৰাত। ই'যে দেশৰ পক্ষে মঙ্গল জনক সন্দেহ নাই।

পুৰণি অসমত ভুমুকি মাৰিলে দেখা যায় ৰজাৰ শাসনৰ লগত সমাজৰ সম্বন্ধ কটকটীয়া বান্ধোনেৰে আছিল। সমাজৰ পৰামৰ্শ মতে চলালৈকে দেশৰ লক্ষ্মী দেশতে আছিল। যেতিয়াই ৰজাঘৰে সমাজৰ শক্তি কাঢ়ি লবলৈ যত্ন কৰিলে তেতিয়াই দেশৰ দুৰ্গতি আৰম্ভ হ'ল। বৰ্ত্তমানৰ গাওঁ সংগঠনৰ আদৰ্শই আতৰি থকা লক্ষ্মীক ঘূৰাই আনিব বুলি আশা কৰা যায়।

আমি সমাজক শ্ৰদ্ধাৰ চকুৰে চোৱা, সমাজৰ নিৰ্দ্দেশ মতে চলা নিতান্ত উচিত। নতুবা আঙুলি এটাত সোমোৱা হুলেও যেনেকৈ

মুঠিটো ঢিলা করে, দেশৰ জাতি বা সম্প্ৰদায় বিলাকৰ এটি মাত্ৰ যদি দুৰ্ব্বল হৈ থাকে দেশৰ উন্নতি অসম্ভৱ।

## টোকা অৰ্থ আদি

**সক্ষম** ঃ—শক্তি থকা, কামত খটুৱাব পৰা, বিপৰীত—অক্ষম—শক্তিহীন, কামত নলগা দুৰ্ব্বল। সক্ষম বায়ু আৰু অক্ষম বায়ু।

**দলবদ্ধহৈ**—জাকপাতি, মুঠবান্ধি, পাল পাতি।

টেঁটুত খোৰোচা জৰী—টেঁটুত (ডিঙিত) ঘোচামৰ জৰী, চিপ লাগি মৰা, বিয়া কৰোৱা।

**বিচৰণ**—বিচাৰিফুৰা কাম, কিবা এটা বিচাৰি নুফুৰিলেও বিচৰণ কৰা বোলে।

**স্বভাৱাপন্ন**—স্বভাৱী, স্বভাৱত পৰিণত।

মৃগয়া জীৱী—মৃগ—পহু জীৱী—জীয়াই থকা। যি প্ৰাণীয়ে পহু, অৰ্থাৎ মঙ্গহ খাই জীয়াই থাকে—মাংস ভোজী, মাংসাহাৰী, মাংসাশী, মাংসলোভী।

স্বভাৱে নখৰ জাতি<br>মাংসৰ লুভীয়া অতি } (বলদেৱমহন্ত)

**প্ৰাচুৰ্য্য**—প্ৰচুৰতা, সৰহকৈ পোৱা।

**আঁৰ-বেৰ**—লুকুৱা, চুৰকৰা, লুকুৱা-ঢুকুৱা,।

**তৰাব জোখাৰে**—তৰিবৰ কাৰণে উপযুক্ত পৰিমানে, যিমান লাগে সিমান থকা।

নিৰ্ব্বিবাদে—নিঃ+বিবাদে, কাঁজিয়া পেচাল নোহোৱাকৈ। যুদ্ধ নকৰাকৈ।

**টোকা**—ভাৰতত আৰ্য্য যুগত দেৱতা আৰু অসুৰৰ মাজত যি বিবাদ বিসম্বাদ ঘটিছিল, বৰ্ত্তমান পশ্চিমৰ দেশ বিলাকত তেনে বিবাদৰ ওৰ পৰাহি নাই এথোন, ইয়াৰ মূলতে সমাজৰ দুৰ্ব্বলতা আৰৌ এই দুৰ্ব্বলতা সৃষ্টি—পেটৰ কলমলণিৰ পৰাই।

**যোজনা**—পেটৰ ভোকে যি কৰে মুখৰ লাজে কি কৰে।

**টোকা**—গতিকে অন্নচিন্তাৰ সমাধান সমাজৰ অপৰিহাৰ্য্য কৰ্ত্তব্য।

**মানসিক-বৃত্তি**—দয়া, ক্ষমা, দাক্ষিণ্য, অহিংসা প্ৰেম আদি।

**পল্লৱিত**—কোমল পাতে ৰমক জমক।

**ফলপ্ৰসূ**—ফল দিওঁতা, ফল দাতা।

**প্ৰস্ফুটিত**—ফুলি জকমকীয়া হোৱা।

**জৈৱ**—জীৱ সম্বন্ধীয়, জীৱ জগত, প্ৰাণী সমাজ।

**জীৱ জগত**—উদ্ভিদ জগত, প্ৰাণী জগত।

**টোকা**—এজুপি গছৰ স্বাভাৱিক ধৰ্ম্ম হৈছে ঠাল ঠেঙুলি ধৰা, পত্ৰে পুষ্পে সুশোভিত হোৱা, নতুন কুঁহিপাত ধৰি ঋতু পৰিবৰ্ত্তনৰ আভাস দিয়া, ফলৱন্ত হৈ মানৱ জগতক বিনীত হবলৈ উপদেশ দিয়াৰ লগে লগে ৰসাস্বাদ কৰোৱা।

**বৈকুণ্ঠ**—কুণ্ঠা দূৰ হোৱা, মনৰ সংকিৰ্ণতা আঁতৰা, স্বৰ্গ।

**আত্মত্যাগ**—ভগৱন্তত সকলো অৰ্পণ। আত্ম-সমৰ্পণ।

**টোকা**—দৈত্যৰাজ বলিয়ে বামণ-ৰূপী ভগৱন্তত আত্ম-সমৰ্পণ কৰিছিল।

**আত্ম-বিস্তাৰ**—আত্মাক অৰ্থাৎ নিজক কেৱল নিজৰ শৰীৰৰ বা আপোন পৰিয়ালৰ বাবেই ব্যৱহাৰ নকৰি অন্যৰ বাবেও ব্যবহাৰ কৰা। পৰোপকাৰ কৰা।

**নৰ নাৰায়ণ**—নৰ আৰু নাৰায়ণ। মানুহকে ঈশ্বৰ ভাব্ৰ কৰা। নৰৰূপী নাৰায়ণ।

**টোকা**—বিশ্বৰ সকলো প্ৰাণীতে ঈশ্বৰ বৰ্ত্তমান যদিও মানুহতে ঈশ্বৰৰ অংশ অধিক খিনি আছে।

**অহিংসা**—হিংসাভাব্ৰ নথকা, সকলো প্ৰাণীকে আপোন ভাব কৰা।

**টোকা**—"য'তে জীৱ ত'তে শীৱ" জীৱ মাত্ৰই ঈশ্বৰ এই জ্ঞান জন্মিলে কাকো হিংসা কৰাৰ ইচ্ছা নজন্মে। সেয়ে "বাসুদেৱময়ং জগৎ।"

**নৈতিকপৰিস্থিতিভয়**—নীতি নিয়মৰ বশৱৰ্ত্তী হব লগা হোৱা; নিয়ম-কানুন মানি চলিবৰ আৱশ্যকতা।

**অসুৰৰ ৰক্ত-বীজ**—অসুৰৰ আসুৰিক ভাব আৰ্য্য সকলৰ প্ৰতি অনাৰ্য্য সকলৰ প্ৰতিশোধৰ হেপাহ। আক্ৰমণৰ ইচ্ছা। খং, আক্ৰোশ।

**পশুত্ব**—পশুৰ স্বভাৱ, পশুৰ গুণ।

**মহিষ-মৰ্দ্দন**—মহিষাসুৰক নিধন।

**টোকা**—অতীত কালত মহিষাসুৰৰ উৎপাতত দেৱতাসকলে ততমত নাপাই এক মহাশক্তি দুৰ্গা দেৱীৰ সৃষ্টি কৰিলে। তেওঁৰে পুত্ৰ কাৰ্ত্তিক গণেশ। কাৰ্ত্তিকে সেনাপতি বাব লৈ অসুৰৰ লগত যুদ্ধ কৰিছিল, গণেশৰ দ্বাৰা আৰ্য্য সকলৰ সকলো কামনা পূৰ্ণ হৈছিল। সেয়ে দুৰ্গা পূজা এতিয়াও চলি আছে। দুৰ্গাক মহিষ মৰ্দ্দিনী বোলে।

**নিৰস্ত**—আঁতৰি, অমনোযোগী হৈ।

শিৱ—মহাদেৱ, দেৱতা সকলৰ ভিতৰত শ্ৰেষ্ঠ। মঙ্গলময়, পৰম ব্ৰহ্ম।

**সৰ্ব্বসিদ্ধি দাতা**—সকলো মনোৰথ পূৰ্ণ কৰোঁতা, সকলো কামনাৰ ফল দিওঁতা—ভগৱান, কল্পতৰু।

**পৰিণয়**—বিবাহ, পূৰ্ণতা লাভ, পূৰ্ণাৱস্থা।

**ৰোপিত**—ৰোপন কৰা, ৰোৱা, খটুৱা বহুৱা, যুক্ত।

আধ্যাত্মিক—অধ্যাত্ম বিষয়ক, দেহাসম্বন্ধিয় বা ঈশ্বৰ সম্বন্ধিয়।

অলীক—মিছা, ভুল, অপ্ৰকৃত।

**ত্ৰস্তমান কৰে**—ভয়াতুৰ কৰে, ভীত কৰি তোলে।

## ব্যাকৰণাদি

শামুকীয়া—শামুক + ঈয়া প্ৰত্যয়।

প্ৰাচুৰ্য্য—প্ৰচুৰ + যৎ প্ৰত্যয়।

প্ৰচুৰতা—প্ৰচুৰ + তা ”

জৈৱ—জীৱ + ষ্ণ ”

আধ্যাত্মিক—অধ্যাত্ম ষ্ণিক প্ৰত্যয়,

মানৱ-সমাজ—ষষ্ঠী তৎপুৰুষ সমাস, “মানবৰ সমাজ”।

আত্ম-সমৰ্পণ—২য়া তৎপুৰুষ সমাস “আত্মক সমৰ্পণ।

**প্ৰচলিত ঘৰুৱা অসমীয়া শব্দ—**

আঁৰ-বেৰ, ভাতে-ভঁড়ালে, গাই-গুটীয়াকৈ,

**এই কেইটা শব্দ লগাই একোটা পূৰ্ণ বাক্য ৰচনা—**

**আঁৰ-বেৰ**—অশিক্ষিত হোজা মানুহে কথাৰ আঁৰ-বেৰ বৰকৈ বুজ নাপায়।

**ভাতে-ভঁড়ালে**—প্ৰায় অসমীয়া মানুহে ভাতে-ভঁড়ালে খাব পাৰিলেই বহুত উন্নতি হল বুলি ধৰে।

গাই-গুটীয়া—গাই-গুটীয়া ভাৱে সমাজক অনেক সময়ত আহুকালত পেলোৱাহে দেখা যায়।

## কঠিন বাক্যৰ সৰলাৰ্থ—

১। সমাজত কাঁইট নোসোমালে সমাজৰ বান্ধ সদায় শামুকীয়া গাঁঠিত হে, টেটুত খোৰোচা লগা জৰী নহয়। (৪ পৃ ১ম দফা শেষ শাৰী)

**অৰ্থ**—গ্ৰন্থ কৰ্ত্তাই প্ৰকাশ কৰিছে যে সমাজে একোটা জাতিক সদাই সৎ পথত পৰিচালিত কৰে, কিন্তু যদি কেনোবাকৈ সেই সমাজত কোনো বেয়া ৰীতি নীতি সোমায়, তেন্তে সেই সমাজ বান্ধনিয়ে সমাজক অৱনতিৰ ফালেহে নিয়ে। গতিকে সমাজ পতি সকল অতি সাৱধান হোৱা দৰ্কাৰ।

২। মানসিক উৎকৰ্ষতাই......নাই। (৬পৃঃ ২য় দফা)

**অৰ্থ**—ইতৰ প্ৰাণীৰ মানসিক বৃত্তি:বিলাকৰ ক্ৰমবিকাশ নোহোৱাৰ কাৰণে, হিতাহিত জ্ঞান নথকা বাবে সিহঁতে জীৱন উন্নত কৰিব পৰা নাই, সদাই একে অৱস্থাতে আছে।

৩। জৈৱ প্ৰয়োজন......পৰিছিল। (৬ পৃষ্ঠা ২য় দফা)

**অৰ্থ**—এজোপা লাও গছ যেনেকৈ হেন্দালি খনত মাত্ৰ বগাই কুৰিবলৈ সুবিধা পায়, লাও লগা নলগাত হেন্দালিৰ কোনো প্ৰয়োজন নাথাকে, সেইদৰে জীৱজগতে জগতত যি আহাৰ, নিদ্ৰা, ভয়, মৈথুন আদি চলাই আহিছে তাৰ দ্বাৰা সিহঁতৰ জীৱনৰ একো উন্নতি হোৱা নাই, যেহেতু মানসিক শক্তি বৃদ্ধি কৰিবৰ সিহঁতৰ ক্ষমতা নাই; সেই ক্ষমতা কেৱল মানব জাতিৰ আচুতীয়া সম্পত্তি।

৪। মানুহ যি দিনাৰ……ধৰিলে। (৬ পৃঃ ৩য় দফা)

**অৰ্থ**—মানুহে সমাজ পাতি বেলেগ বেলেগ মানুহক যোগ্যতা অনুসৰি বেলেগ বেলেগ কৰ্ম্মৰ ভাৰ অৰ্পণ কৰি নিৰ্ব্বিবাদে সমাজ চলাবলৈ ধৰিলে, সেই সমাজৰ এক শ্ৰেণীৰ লোকে সৃষ্টি সম্বন্ধে নানা আলোচনা কৰি ব্ৰহ্ম জ্ঞান লাভ কৰিলে। তাৰ পৰাই সমাজ সেৱা, দেশ সেবাত ইমান আগুৱাই গ'ল যে নিজতে ব্ৰহ্মক সাক্ষাত পালে, গতিকে আত্মসমৰ্পণ কৰিবলৈকো সমৰ্থ হল।

**টোকা**—ত্যাগী লোক সকল—শিৱী ৰজাই কপোতক ৰক্ষা কৰিবলৈ গৈ শেনক নিজৰ গাৰ মঙ্গহ কাটি দিছিল।

কৰ্ণই নিজ সন্তান বৃষকেতুক কৰতেৰে কাটি মাংস ভোজন কৰাইছিল।

দধিচী মুনিয়ে নিজৰ শৰীৰৰ অস্থি দি বৃত্তাসুৰক মাৰি দেৱতা সকলক ৰক্ষা কৰিছিল।

---

## প্ৰশ্ন উত্তৰ আৰু সঙ্কেত আদি—

**১। প্ৰশ্ন—মানুহ আৰু ইতৰ প্ৰাণীৰ ভিতৰত কি ব্যৱধান দেখা যায়?**

**উত্তৰ**—মানুহৰ বিবেক আছে, তাৰ সহায়তে মানুহে মানসিক বৃত্তি বিলাক ক্ৰমাৎ পৰিচালিত কৰি জগতত উন্নতি কৰিছে। কিন্তু জন্তু বোৰৰ বিবেক নাই, জীৱন ধাৰণৰ বাবে যি যি কাম কৰিব লাগে চিৰকাল তাকে কৰি আছে। গতিকে সদাই একে অৱস্থাতে আছে।

২। **প্ৰশ্ন—মানৱ জাতিৰ আত্ম-ত্যাগ, আত্ম-সমৰ্পণৰ ভাৱ কেতিয়াৰ পৰা কেনেকৈ উৎপত্তি হল ?**

**উত্তৰ**—মানৱ সমাজৰ চেষ্টাৰ ফলত যেতিয়া মানৱৰ মনোবৃত্তি উৎকৰ্ষ হবলৈ ধৰিলে, তেতিয়া অনেক লোকে সাধনাৰ ফলত নিষ্ঠাৱান হৈ মহা মানৱতাৰ ভগৱন্তৰ লীলা ৰহস্য বুজি আনন্দত আত্মহাৰা হৈ জগতৰ মঙ্গলৰ অৰ্থে, আত্ম-ত্যাগ আত্ম-সমৰ্পণ আদি কৰিবলৈ আগবাঢ়ি গ'ল।

৩। **প্ৰশ্ন—চমুটোকা লিখা—**

দেৱাসুৰৰ যুদ্ধ, একান্ন পীঠৰ উৎপত্তি, পশুৰ ধৰ্ম্ম সীমাবদ্ধ, বৈকুণ্ঠ আৰু মহিষ মৰ্দ্দন।

**উত্তৰ**—ওপৰৰ টোকা চোৱা।

সমাধান—আজি আমাৰ সমাজ বহুমুখী হোৱাত, শাসনৰ বান্ধ কিছু ঢিলা-সোলোকা, দেখা যায়। ইমানতে মুখিয়াল সকলোৰে কানসাৰ কৰা উচিত।

---

# যুগ ধৰ্ম্ম।

সাৰমৰ্ম্ম ঃ—যুগ ধৰ্ম্মৰ ব্যাখ্যা মহাপুৰুষ শ্ৰীশঙ্কৰ দেৱে দিছে—সত্য যুগত ধ্যান, ত্ৰেতা যুগত যজ্ঞ, দ্বাপৰত পূজা আৰু কলিত কীৰ্ত্তন কৰি মানৱ জাতিয়ে সংসাৰ তৰিব পাৰে। ৰাজনীতি সমাজনীতি ক্ষেত্ৰতো এই কথা খাটে।

ব্যক্তিগত জীৱনতেই হওক বা জাতিগত জীৱনতেই হওক, উন্নতি কৰিবলৈ হলে যুগবল মানি চলিব পাৰিব লাগিব। কিন্তু নতুনৰ প্ৰথা সকলো বেয়া বুলি যদি পূৰ্ব্বৰ কু-সংস্কাৰকে খামোচ মাৰি ধৰি থকা যায় তেন্তে, তেনে প্ৰথাৰ দ্বাৰা জাতিৰ মাজত গণ্ডগোলৰ মাত্ৰ সৃষ্টি হয়, আৰু সমাজেও ক্ৰমাৎ অৱনতিৰ ফালেহে গতি কৰে। সেই বুলি পুৰণি প্ৰথা খিনি যে একেবাৰে বাদ দিব লাগে এনেও নহয়; বৰং ন-পুৰণি দুয়োৰে সাৰ খিনি বাছি লৈ সমাজত খাপ খোৱাকৈ ব্যৱহাৰ কৰিলেহে সমাজ বা দেশৰ মঙ্গল হব। জাতিৰ ইতিহাসে হয়াকো দেখুৱাই যে একালৰ সজ ৰীতিও বহুকালৰ পাছত অসজ বুলি গণ্য হয়। জগতৰ ধৰ্ম্ম আগবাঢ়ি যোৱা, গতিকে জগতৰ ৰীতি নীতিৰো পৰিবৰ্ত্তন ঘটিবই, তেনে স্থলত মানৱ সমাজেও পৰিৱৰ্ত্তনৰ মাজেদি গতি নকৰি নাথাকে।

বিংশতিশতিকা বৈজ্ঞানিক যুগ, কেৱল পৌৰাণিক ৰীতি :নীতিকে মানি চলিলেই দেশৰ কল্যাণ সাধিত নহব। গতিকে আমি ন-পুৰণি দুয়োৰো সামঞ্জস্য ঘটাই কাম কৰি দেশৰ উন্নতি কৰা কৰ্ত্তব্য।

## শব্দাৰ্থ, ব্যাকৰণাদি

**সন্ধিক্ষণ বিলাক** :—কামৰ আও-ভাও বোৰ, যি যি কামেৰে বা উপায়েৰে দেশৰ বা জাতিৰ উপকাৰ সাধিত হ'ব পাৰে।

পাৰ-নেজীয়া—একে আগী কৰি, সমাজে মানি লোৱাকৈ, উপযুক্ত কৰি।

**পাৰ নেজীয়া**—পাৰ—নেজ + ঈয়া।

**যুগধৰ্ম্ম** = ৬ষ্ঠী তৎপুৰুষ সমাস। যুগৰ ধৰ্ম্ম। যুগৰ বল।

ৰক্ষণশীল দল—ৰক্ষা + শীল। যি সকলে পুৰণি প্ৰথা এৰিবৰ ইচ্ছা নকৰে।

**হৃদয়ঙ্গম**—মনত সুমাই লোৱা, বুজা।

**সংস্কাৰ-কামী সকলে**—যি সকলে পুৰণি অসজ প্ৰথা মানি চলিবলৈ বেয়া পায়।

**প্ৰৱাহিত জীৱন**—জীৱনৰ চলি থকা অৱস্থা। কৰ্ম্মময় জীৱন।

**সমজতৰী**—অন্ত্য পদলোপী কৰ্ম্মধাৰয় সমাস। সমাজ তৰী স্বৰূপ। তৰীয়ে যেনেকৈ নৈ পাৰ কৰে সমাজেও তেনেকৈ পতিত জাতিক উন্নত কৰে।

গতি-পথ—৬ষ্ঠী তৎপুৰুষ সমাস। গতিৰ পথ। জাতিয়ে উন্নত কৰাৰ উপায়, প্ৰথা।

পূৰ্ব্বাভাস—পূৰ্ব্ব + আভাস, আগৰ দস্তুৰ পুৰণি ৰীতি নীতি।

বৈজ্ঞানিক—বিজ্ঞান + ষ্ণিক প্ৰত্যয়।

দাৰ্শনিক—দৰ্শন + ষ্ণিক ”

আধ্যাত্মীক—অধ্যাত্ম + ষ্ণিক ”

বাৰ্দ্ধিষ্ণু—বৃধ+ইষ্ণু। ক্ৰমাৎ বাঢ়ি যোৱা উন্নতমুখী, গতিশীল।
অনিবাৰ্য্য—নিশ্চিত, ঠাৱৰ, ভুল নোহোৱা।

## প্ৰধান আৰু কঠিন বাক্যৰ অৰ্থ—

১। **বাক্য**—অতীত সদায় অৰ্থবোধক হোৱা উচিত।

**অৰ্থ**—অতীত কালৰ ৰীতি, নীতি, প্ৰথা কি অৰ্থত নিয়োজিত হৈছিল, তাৰ তত্ত্ব ভালদৰে বুজি লৈহে সমাজৰ পৰা বাদ দিব লাগেনে ৰাখিব লাগে, তাক-ঠাৱৰ কৰা উচিত। তদুপৰি ইয়াকো বুজা উচিত যে একালৰ সজ প্ৰথাও বহুকালৰ পাচত অসজ হব পাৰে।

( ৮ পৃষ্ঠা ৩য় দফা )

২। **বাক্য**—প্ৰত্যেক যুগৰ সন্ধিক্ষণ বিলাক নিৰ্ভৰ কৰে।

**অৰ্থ**—যি যুগত যি প্ৰথা চলি থাকে সেই বোৰে সেই সমাজৰ কল্যাণ কিমানদুৰ সাধিব পাৰিছে, তাক ভালকৈ উপলব্ধি কৰিব পাৰিব লাগে। তেতিয়াহে সেই প্ৰথা সেই যুগৰ উপযোগী বুলি স্থিৰ হয়।

( ৮ পৃঃ ১ম দফা )

৩। **বাক্য সময়ত সোঁতৰ ধাৰ বুজি……ভয় কম।**

**অৰ্থ**—যি কালত জগতত যেনে ৰীতি নীতি প্ৰচলিত হয়, সমাজ বা দেশেও সেই মতে চলিলে, দেশ বা জাতিৰ উন্নতি নহৈ নাথাকে। সেয়ে নহলে পুৰণি প্ৰথাকে খামোচ মাৰি ধৰি থাকিলে উন্নতি যে নহয়েই বৰং অৱনতি ঘটাৰ হে সম্ভৱ।

( ৯ পৃঃ ২য় দফা )

৪। যি দৰে……তাল কাটি যায়।

অর্থ ঃ—যি কোনো বংশ বা জাতিৰ গাত একোটা বিশেষ গুণ থাকে সেই গুণ অৱলম্বন কৰিয়েই সেই বংশ বা জাতিয়ে বহুকালৰে পৰা চলি আহিছে, অথচ যদি দেশত উপকাৰ সাধন কৰা বিশেষ কোনো অসৎ গুণ, নিজৰ দেশ বা সমাজত হঠাতে চলাই দিয়া হয়, তেন্তে সেই সমাজ বা জাতিৰ উন্নতি যে নহয়েই অৱনতি হোৱাহে বেছি সম্ভাৱনা।

( ৯ পৃষ্ঠা ৩য় দফা )

চমু টোকা ঃ—

**১। কাউৰীৰ বাহত কুলিয়ে কণী পাৰি থয়।**

বিশেষ সঙ্কেত—কাউৰী আৰু কুলি দুয়োৰে কণী একে। কণীৰ বৰণো একে। কাছই যেনেকৈ কণী পাৰি নুউমায়, কুলিয়েও সেই দৰে কাউৰীৰ বাহত কণী পাৰি নুউমায়। কুলিয়ে কাউৰীৰ বাহত কণী পাৰি কাউৰীৰ কণী নষ্ট কৰি আঁতৰি যায়। কাউৰীয়ে উমাই কণী ফুটাব, টোপ খুৱাই ডাঙৰ কৰিব। কাউৰী বাহত থকা কালত অৱশ্যে কুলি পোৱালীহঁতে চকু নেমেলে আৰু নামাতে, যেতিয়া পাখিৰে উৰিব পৰা বল হ'ব, এদিন ছেগ বুজি, উৰি গুচি যাব, কাউৰীয়ে তাৰ ফাঁকি বুজিব পাৰি পিচে পিচে কিছু দূৰ খেদি যাব। অন্তত উভতি আহি বেজাবত নিজকে নিজে ধিক্কাৰ দি থাকিব।

২। মৰি-দিখৌ—কথিত আছে আড়িমত্ত নামৰ এজন ৰজাই কাঁড়মগ্ন হৈ পিতৃ ৰজা ৰামচন্দ্ৰক বধ কৰিছিল। পিচে ৰজাই শাস্ত্ৰকাৰ সকলৰ উপদেশ মতে পিতৃবধ পাপ খণ্ডাবৰ অৰ্থে বহুত সোনৰূপ

দান কৰিবলৈ আগ বঢ়াইছিল, কিন্তু কোনোৱে সেই দান নললে, ৰজাই নিৰুপায় হৈ দিখৌ নৈত পেলাই দিলে ; দিখৌ নৈয়েও হেনো সোনৰূপ বোৰ পাৰলৈ দলিয়াব নোৱাৰি নিজৰ গতিকে সলনি কৰিলে। সেয়ে মৰি-দিখৌ।

**সমাধান**—আমি যুগধৰ্ম্ম মানি চলিব লাগে বুলি মুখেৰে কও মাত্ৰ, কাৰ্য্যত খটুৱাবলৈ প্ৰায়ে মন নকৰো।

আজি হিন্দু সমাজে পশ্চিমীয়া ৰীতি নীতিৰ দ্বাৰা পশ্চিমৰ উন্নতি হোৱা দেখি, আমাৰ সমাজৰ পূৰ্ব্বৰ প্ৰথা সকলো বোৰকে বেয়া বুলি পৰিহাৰ কৰিবলৈ চেষ্টা কৰা দেখা গৈছে ; কিন্তু আমাৰ পুৰণি প্ৰথা বোৰে আমাৰ দেশক কি দৰে উপকাৰ কৰি আহিছে, অথচ তাৰ ঠাইত অন্য নতুন প্ৰথা বহুৱাই দিলে সমাজৰ উপকাৰত আহিবনে নাহে তাক আগেয়ে গমি গপি চাই লব লাগিব।

---

# বুৰঞ্জী

**সাৰমৰ্ম্ম**—বুৰঞ্জী জাতি গঠনৰ পৰমোপকাৰী বিষয়া। ই পিচপৰি থকা জাতিক আগবঢ়ায়, দুৰ্ব্বলক বল দিয়ে, নিৰাশাৰ প্ৰাণত আশাৰ সঞ্চাৰ কৰি উন্নতিৰ পথলৈ লৈ যায়।

বেলেগ বেলেগ জাতিৰ বুৰঞ্জী আলোচনা নকৰিলেও নহব কিয়নো এটা জাতিৰ বুৰঞ্জীত নথকা পটন্তৰ উপদেশ আন জাতিৰ বুৰঞ্জীত পোৱা যাবও পাৰে।

বুৰঞ্জীয়ে অমৃত আৰু গড়ল দুয়োটাকে ডাঙি ধৰে, আমি গড়ল খিনি বাদ দি অমৃত খিনি পান কৰিব লাগিব।

বুৰঞ্জীয়ে জাতিৰ ভবিষ্যৎ জীৱনকো দৈৱ বাণীৰ দৰে সহায় কৰে। আজিৰ উন্নত জাতি এটা কালিলৈ অৱনতিৰ পথিক হব পাৰে; তেতিয়া বুৰঞ্জীয়ে আগহতীয়া পানীৰ পৰা, বুৰি মৰিব খোজা জাতিক হাতত ধৰি বামলৈ তোলাৰ দৰে সহায় কৰিব।

গতিকে আমি বুৰঞ্জীৰ আলোচনা অতি সতৰ্কে কৰা উচিত।

## শব্দাৰ্থ—

**প্ৰতিধ্বনি**—শব্দৰ সলনি, শব্দ, এটা মাত, কোনো ঠাইত ঠেকা খাই ঘূৰাই শুনা।

**ৰম্যপুৰীলৈ**—স্বৰ্গলৈ, আনন্দ ধামলৈ, উন্নত অৱস্থালৈ।

**ৰণশিঙাৰ**—যুদ্ধ ক্ষেত্ৰত নিৰ্দ্দেশ দিয়া শিঙা, মহ'ৰ শিং।

**নিনাদত**—চিঞৰত, সৈন্যৰ কোলাহলত,

**কিংবদন্তি**—কোনো পুথিত লিখা নথকা অথচ মুখে মুখে চলি থকা কথা।

**ঠাৰে চিঞ্ৰাৰে**—আকাৰে ইঙ্গিতে, অঙ্গি-ভঙ্গিৰে অথচ মুখেৰে নমতাকৈ।

**আত্মপ্ৰত্যয়ো**—নিজক বিশ্বাস কৰা, নিজৰ কথাবোৰ সঁচা বুলি মানি লোৱা।

**তন্দ্ৰাহে**—চিলমিলীয়া টোপনি, চকুমুদি থকা অথচ কাণে শুনি থকা।

**দৈৱ-বাণী**—আকাশী বাণী, গা দেখা নিদি কোৱা কথা, বিবেক বা অন্তৰত উদয় হোৱা ভাৱ।

**পকুৱাই পোৱা**—বাট হেৰুৱাই যেনিয়ে তেনিয়ে যোৱা, মতিভ্ৰম ঘটা, ভূতে পোৱা বিশ্বাস।

**ঘাঁৰ-মোচৰা দি**—ডিঙ্গি পকাই দি, টেঁটুত ধৰি ঘূৰুৱা।

**ডকাত**—নৈৰ মোচৰত, ঘূৰণীয়া পাকত।

**গম্বুজত**—মন্দিৰৰ ওপৰ ভাগত, কলচীত।

**সুপ্ত কাহিনী**—লুকাই থকা তত্ত্ব, গূঢ় ৰহস্য, বুৰঞ্জী মূলক কথা।

**তুমৰলি দিয়া**—বৈ যোৱা, কষ্টকৰ।

দিব্য-ভৰণ—দিব্য আভৰণ, সুন্দৰ সাজ।

**অভিনৱ**—নতুন।

**আত্ম গোপন**—২য় তৎপুৰুষ সমাস; আত্মক গোপন, নিজক লুকুৱা।

হৃদয় **দৌৰ্ব্বল্য**—৬ষ্ঠী তৎপুৰুষ সমাস, হৃদয়ৰ দৌৰ্ব্বল্য, অন্তৰৰ দুৰ্ব্বলতা।

পৰন্তপ—পৰম + তপ, তপপ্ৰধান, সাৰ্থক জীৱন, জীৱমুক্ত।
বাণী:মন্দিৰৰ—সৰস্বতীৰ পূজাৰ থলি, সাহিত্য ক্ষেত্ৰ।
সৌধ—গম্বুজ, মন্দিৰৰ আগ, দ'লৰ ওপৰ ভাগ।
নশ্বৰ দেহা—অনিত্য দেহা, সদায় নথকা শৰীৰ, মৰণশীল দেহ।
গৰল—বিষ, হলাহল।

## কঠিন বাক্যৰ সৰলাৰ্থ—

১। **বুৰঞ্জী অতীতৰ প্ৰতিধ্বনি।**

**অৰ্থ**--কোনো এক শব্দৰ পৰা যেনেকৈ অন্য এক শব্দ শুনা যায়, সেই দৰে বুৰঞ্জীত অতীত কালৰ নানা ৰকমৰ ঘটনা, উত্থান পতনৰ আভাস, জাতি গঠনৰ আচনি পোৱা যায়, সেই মতে গতি কৰি এটা পতিত জাতি উন্নতিৰ থলত ওলাবঁগৈ পাৰে।

(১১ পৃষ্ঠা ১ম দফা)

২। **বুৰঞ্জী বৰ্ত্তমানৰ দাপোন স্বৰূপ**

**অৰ্থ**—দাপোনত যি দৰে নিজৰ প্ৰতিবিম্ব দেখা পোৱা যায়, বুৰঞ্জী পঢ়িলেও আগৰ কালত এটা জাতিয়ে কি দৰে চলি নিজক দুৰ্ব্বল বা সবল কৰিছিল তাক ভাল দৰে উপলব্ধি কৰিব পাৰি আৰু সেই মতে চলি, কলো পাব পাৰি।

(১২ পৃঃ ২য় দফা)

৩। **বুৰঞ্জী ভবিষ্যতৰ দৈৱবাণী।**

**অৰ্থ**—কোনো এটা জাতিয়ে বৰ্ত্তমান কি দৰে চলিলে আগলৈ সংসাৰত নাম কৰিব তাৰ আভাষ বুৰঞ্জীত পৰা ভালকৈ পাব পাৰি,

অৰ্থাৎ এটা পতিত জাতিক কৰ্ম্মৰ আভাস দি ক্ৰমাৎ জাতিক উন্নত কৰাৰ আও ভাও আমাক বুৰঞ্জীয়েই দিয়ে।

( ১২ পৃঃ ৩য় দফা )

৪। **বুৰঞ্জী সাহিত্যৰো বীৰ্য্যশক্তি।**

**অৰ্থ**—বুৰঞ্জীত নানা তৰহৰ ঘটনাৰ সমাবেশ। সেই বিলাক সাহিত্যত আলোচনা কৰিলে সাহিত্যৰ জ্যোতি দেশ দেশান্তৰলৈ বিয়পি পৰে আৰু যুগ যুগান্তৰলৈ তাৰ জিলিকনি মাৰ নাযায়।

( ১৪ পৃঃ ২য় দফা )

**টোকা**—কালিদাসে শকুন্তলা কাব্য ৰচনা কৰি জগতবাসীক মোহিত কৰিছে সিও বুৰঞ্জী মূলক ঘটনাই।

৫। **আত্ম গোপণেই আত্মঘাতীৰ পূৰ্ব্ব লক্ষণ।**

**অৰ্থ**—যিটো জাতিয়ে নিজৰ সমাজৰ দোষ নেদেখে নতুবা দেখিলেও গুচাবলৈ যত্ন নকৰে সেই জাতিয়ে ক্ৰমাৎ তললৈ যাব তাক সহজেতে বুজিব পৰি।

( ১৫ পৃঃ ১ম দফা )

৬। **বুৰঞ্জী মন্থনত অমৃত আৰু গৰল দুয়োটা বস্তু উঠে।**

**অৰ্থ**—বুৰঞ্জীত কোনো জাতিৰ উত্থান আৰু কোনো জাতিৰ পতনৰ কথাও বৰ্ণিত আছে। তাৰে নিজ সমাজৰ বাবে আৱশ্যকীয় খিনি বাছি লব জানিলে জাতিৰ মঙ্গল হয় আৰু বুৰঞ্জীৰো সাৰ্থকতা ৰক্ষা পৰে। নতুবা সকলো মিছা।

( ১৫ পৃঃ ২য় দফা )

১। ডেকাগিৰি শ্ৰীশঙ্কৰদেৱে লৰাকালতে যাৰ গৰু এটাক শিঙত ধৰি খালত পেলাই দিছিল, সেইদিনাৰ পৰা সেই বাটেদি

সকলো মানুহ নির্ভয়ে অহা যোৱা কৰিবলৈ ধৰিলে ; ই আজিৰ ডেকা সকলৰ হিয়াত নিশ্চয় সাহৰ সঞ্চাৰ কৰিব।

২। **তাজমহলৰ সুপ্ত কাহিনী—**

চাহ্ জাহান বাদশাহৰ ভাৰ্য্যা মমতাজমহলৰ কবৰৰ ওপৰত সজা আগ্ৰাৰ তাজমহলে তেওঁলোকৰ দাম্পত্য প্ৰেমৰ কথা ঘোষণা কৰিছে ই দম্পতি সকলৰ আদৰ্শ হৈ ৰ'ল।

৩। **জেৰেঙ্গাৰ তেজ—**

মহাসতী জয়মতীক লৰা ৰজাই নানা অত্যাচাৰ কৰি মাৰিলে। তিৰোতা সমাজক নথৈ উপকাৰ কৰিছে। সতীত্বৰ আদৰ্শ জিলিকি আছে

৪। **তেওঁলোক বাঘ নে বোন্দা—**

এজাক ভেৰাছাগলিৰ মাজৰ পৰা এদিন এক গৰ্ভিনী বাঘিণীয়ে ভেৰা ধৰি খাবলৈ আহিছিল। তাই জোপ্ দি থাকি এবাৰ জাপমাৰি ভেড়াৰ জাকত পৰিল, কিন্তু ভেড়া যে ধৰিব নোৱাৰিলেই গৰ্ভপাত হৈ বপুৰীয়ে ভেৰাৰ মাজতে নিজৰ পোৱালী এৰি যাবহে লগা হ'ল ভেড়াৰ দলত নিজৰ সন্তান এৰি থৈ বাঘিণীয়ে বেজাৰতে কাল নিবলৈ ধৰিলে। ইফালে বাঘ পোৱালীয়ও নিজক ভেড়াৰ লগৰে এটা বুলি ভাবি ভেড়াৰ আচাৰ ব্যৱহাৰত ধৰিলে।

কিছুদিনৰ পাছত অন্য এটি বাঘে ভেড়া ধৰিবলৈ আহি সেই বাঘ পোৱালীটো দেখি আচৰিত হ'ল আৰু তাক ছলাই ভুলাই কত বুজালে তথাপিও তাক বাঘ বুলি প্ৰত্যয় কৰাব নোৱাৰিলে। শেষত অৰণ্যৰ মাজৰ এটি নাদলৈ নি তাৰ পানীত যেতিয়া দুয়োৰে মুখৰ একেলগে প্ৰতিবিম্ব দেখুৱালে, তেতিয়াহে সিও যে বাঘহে, ভেড়া

নহয় এই ধাৰণা জন্মিল, তেতিয়া সি বাঘক বিশ্বাস কৰি পূৰ্ব্বৰ ভেড়াৰ ব্যৱহাৰ এৰি বাঘৰ স্বভাৱ ধৰি কৃতাৰ্থ বোধ কৰিলে।

**৫। ভগৱানেও মাজে মাজে নিজৰ বিৰাট মূৰ্ত্তি ধৰি…… আছিলে।**

সঙ্কেত—ভগৱন্তে কুৰুক্ষেত্ৰ যুদ্ধ শেষ কৰি দ্বাৰকালৈ উভতি যাওঁতে বাটতে হঠাৎ উতঙ্ক মুণিয়ে লগপাই শ্ৰীকৃষ্ণক এই যুদ্ধ ঘটোৱাৰ বাবে নথৈ দোষাৰোপ কৰিলে, শ্ৰীকৃষ্ণই অনেক যুক্তিৰেও নিজৰ দোষ খণ্ডণ কৰিব নোৱাৰি যেতিয়া বিশ্বৰূপ দেখুৱালে, তেতিয়া উতঙ্কই শ্ৰীকৃষ্ণক ঈশ্বৰ জ্ঞান কৰি চৰণত পৰি দোষৰ বাবে ক্ষমা প্ৰাৰ্থনা মাগিছিল।

**২য় সঙ্কেত**—গোপপুৰুত লোকসকলে গোবৰ্দ্ধণ পূজাৰ প্ৰসাদ ভক্ষণ কৰা প্ৰকাণ্ড ভীমমূৰ্ত্তি দেখিহে ইন্দ্ৰপূজাৰ অসাৰতা আৰু শ্ৰীকৃষ্ণই প্ৰকৃত ঈশ্বৰ বুলি ধাৰণা কৰিবলৈ সমৰ্থ হৈছিল।

**৬। মহাপ্ৰভু যীশুৱে……গৈছে।**

**সঙ্কেত**—যীশুখ্ৰীষ্টক য়ীহুদি সকলৰ আপত্তি মতে সেই কালৰ ৰজাই যেতিয়া যীশুক প্ৰাণদণ্ডৰ আদেশ দিলে, তেতিয়া য়ীহুদী সকলে যে নাজানিহে তেওঁক পেৰেঙ্গনীত সুমাই দুখ দিছে, প্ৰাণসংহাৰৰ উপক্ৰম কৰিছে—তাৰ বাবে দোষ নধৰিবলৈ যীশুৱে ঈশ্বৰক প্ৰাৰ্থনা জনাইছিল। এই অহিংসাৰ আদৰ্শ গান্ধীৰ প্ৰাণত্যাগৰ সময়ত নাথুৰামক ক্ষমা কৰিবলৈ দিয়া উপদেশত আজিও জিলিকি উঠিছে।

৭। বুৰঞ্জী মন্থনত......উঠে।

**সঙ্কেত**—দেৱাসুৰৰ যুদ্ধৰ সময়ত দেৱতা সকলে অমৃত মন্থন কৰোঁতে ওলোৱা অমৃত শ্ৰীকৃষ্ণই মোহিনীৰূপ ধাৰণ কৰি দেৱতা সকলক পান কৰাইছিল। বিষখিনি মহাদেৱে পান কৰি নীলকণ্ঠ নাম ধৰিছিল।

**সমাধান**—হিন্দুৰ অতীত জীৱন বৰ গৌৰৱময় জগত জিলিকা, ভাৰতৰ সভ্যতা বেদাদি শাস্ত্ৰই জগততে শ্ৰেষ্ঠতাৰ প্ৰমাণ দিছে, সন্দেহ নাই। কিন্তু নানা বিদেশী আক্ৰমণকাৰীৰ কেকোঁৰা চেপাত ত্ৰাহি ত্ৰাহি। গতিকে সেই বোৰৰ সম্যক আলোচনাৰ সুবিধা নঘটাত হিন্দুস্থান জুৰুলা হৈ পৰিছে। আমাৰ সম্পদেৰে বিদেশীয়ে জিকাৰু নিচান উৰাইছে, আমি সেই বোৰ দেখি নিজক অপদাৰ্থ জ্ঞানকৰি হীন—বীৰ্য্য হবৰ উপক্ৰম কৰিছিলোঁ। কিন্তু হঠাতে যুগাৱতাৰ মহামানৱ মহাত্মাৰ কৃপাত হিন্দু সভ্যতাই, ভাৰতৰ সৌৰ্য্য বীৰ্য্যই পুণৰ কুৰুং কাৰাং কৰা দেখি আমাৰ প্ৰাণত আশাৰ সঞ্চাৰ হৈছে। জাতিৰ পূৰ্ব্ব বুৰঞ্জীয়ে বৰ্ত্তমানক চেতনা দিয়াৰ জাজ্জ্বল্যমান পটন্তৰ এয়ে।

## প্ৰশ্ন—উত্তৰ, সঙ্কেত আদি—

**১ম প্ৰশ্ন**—বুৰঞ্জীনো সাহিত্যৰো বীৰ্য্যশক্তি হ'ল কেনেকৈ ?

**উত্তৰ**—বুৰঞ্জীত নানা তৰহৰ ঘটনা, জীৱনী, ৰীতি-নীতি আদি থাকে। সাহিত্যিক সকলে তাকে সজাই পৰাই মন মোহাকৈ সমাজত ডাঙি ধৰে, আৰু সেয়ে সমাজত চিৰকাল খ্যাতি অৰ্জ্জন কৰি জাতিৰ মঙ্গল সাধন কৰে।

**২য় প্ৰশ্ন**—শ্ৰীশঙ্কৰদেৱৰ ডেকাকালৰ শাৰীৰিক শক্তিৰ পৰিচয় দিয়া—।

**উত্তৰ**—(১) শ্ৰীশঙ্কৰদেৱে হাবিৰ পৰা বনৰীয়া পহু ধৰি আনি লগৰীয়াক ভোজ দিছিল। (২) বাৰিষাৰ দোকোল-দাকাল ভৰা ব্ৰহ্মপুত্ৰত সাতুঁৰি পাৰ হৈছিল। (৩) ব্ৰহ্মপুত্ৰৰ মাজৰ পৰা ঘৰীয়াল ধৰি আনিছিল। (৪) ষাঁড় এটাক শিঙত ধৰি ঘাৰ মোচোৰা দি খালত পেলাই থৈছিল। (৫) হাতৰ বুঢ়া আঙুলিৰ ওপৰত গোটেই গাৰ ভৰ ৰাখি কিছু সময় থাকিব পাৰিছিল।

**৩য় প্ৰশ্ন**—শ্ৰুতি মধুৰ দৈৱবাণী শুনাই মানৱ ধৰ্ম্ম ৰক্ষা কৰাৰ পটন্তৰ জানানে?

**উত্তৰ**—যেতিয়া অসুৰৰ দৌৰাত্ম্যত আৰ্য্য সকলে ত্ৰাহি মধুসূদন স্মৰণ কৰিছিল, তেতিয়া ভক্তপ্ৰাণ ভগৱন্তে দৈৱবাণীৰে আৰ্য্য সকলক অভয় দিছিল, তাৰ পটন্তৰ নৰকাসুৰ, কংস আদিৰ নিধন। এয়ে সন্তৰ সংৰক্ষণ দুস্টৰ সংহাৰণ আৰু ধৰ্ম্ম ৰক্ষাৰ উজ্জ্বল পটন্তৰ—।

---

# তৰুণ শক্তি

**সংক্ষিপ্ত সাৰ**—জাৰ কালিৰ শুকান উদ্ভিদ জগতে বসন্তৰ শুভাগমনত যেনেকৈ প্ৰকৃতিক সুশোভিত কৰে, প্ৰাণী জগতক আনন্দ দিয়ে, তৰুণ শক্তিয়েও সেইদৰে পিচ পৰি থকা কোনো জাতিক নাইবা আগবঢ়া কোনো জাতিক কৰ্ম্মক্ষেত্ৰত ক্ৰমাৎ আগ বঢ়াই নিয়ে।

মানৱাত্মাৰ চৰম উদ্দেশ্য হৈছে, জীৱনক সত্য, সুন্দৰ আৰু মঙ্গলময় কৰা, এই উদ্দেশ্যৰ প্ৰতি অনুৰাগ আনৰ কিছু কমিলেও তৰুণৰ নকমে বৰং উত্তৰোত্তৰ বাঢ়ে, মাত্ৰ তাৰ গতি পথ থিৰ কৰি লোৱাহে অতি আৱশ্যকীয় বিষয়। এই পদ্ধতি উদ্ভাৱনত অতি সতৰ্ক হোৱা উচিত, নতুবা পথ ভ্ৰষ্ট হলেই বিপ্লৱ হৈ উঠে। সেই পথ ত্ৰিকালজ্ঞ ঋষিসকলে তিনি ৰকমে দেখুৱাই গৈছে—যেনে; নিষ্ঠা, জিজ্ঞাসা আৰু সেৱা। মনোবিজ্ঞানেও ইয়াকে সমৰ্থন কৰিছে। কিয়নো ৰূপ নথকা কামত জ্ঞান জন্মিব নোৱাৰে, প্ৰকৃত জিজ্ঞাসু নহলে কোনো তত্ত্ব আৱিস্কাৰ নহয়, আৰু সেৱাৰ অভাৱত নম্ৰতা আদি সৎগুনেৰে চৰিত্ৰ সংশোধন নহয়।

অৱশ্যে তৰুণৰ অধ্যয়ন তপস্যা ভঙ্গ হোৱাৰ ভয় থাকে, যদিহে শিক্ষা নীতি আৰু শিক্ষা পদ্ধতি মনোৰম নহৈ কেনেবাকৈ কঠোৰতাৰ মাজে ব্যৱহাৰ হয়।

অতএৱ তৰুণ দলে অধ্যয়ণ তপস্যাৰ লগতে কৰ্ম্মপদ্ধতি স্থিৰ কৰি লৈ শৃঙ্খলাৰে নিষ্ঠাৱান আৰু জিজ্ঞাসু সেৱক হৈ কৰ্ম্মক্ষেত্ৰত আগবাঢ়ি নিজৰ সমাজক উন্নত কৰা কৰ্ত্তব্য।

## শব্দাৰ্থ

**তৰুণ শক্তি**—তৃ+উনন্—যাৰে তৰা যায়। ডেকা দল, ছাত্ৰ সমাজ।

লঠঙা—জলপাত নথকা, লঠামুৰা,

পল্লৱ+ইত—পল্লৱিত নতুনকৈ ওলোৱা কুঁহি পাতেৰে ৰমক জমক.।

**প্ৰস্ফুটিত**—ফুলে-ফলে ভৰা।

**নিদৰ্শনো**—চিনাকিও, পৰিচয়ো।

**চাৰণ সকলে**—আশ্ৰমত শিক্ষা লোৱা শিষ্য সকলে, পঢ়ুৱাই সমাজে, বোৰ্ডিং বাসী ছাত্ৰ সকলে।

**শতধা গতি**—এশ বা বহুত ৰকমত উপায়, অনেক প্ৰণালীতে কাম কৰা, ছেদেলি-ভেদেলি।

**ত্ৰিগুণাত্মক**—তিনি গুণময়, তিনি গুণীয়া, নিষ্ঠাবান জিজ্ঞাসু আৰু সেৱক হোৱা।

**অধ্যয়ন তপস্যা**—তাপসৰ যেনেকৈ তপস্যাই প্ৰধান লক্ষ্য, ছাত্ৰৰো তেনেকৈ পঢ়নেই মূখ্য কৰ্ম্ম।

**যুগবাণী**—সেই যুগৰ সামাজিক কৰ্ম্ম।

**সামঞ্জস্য**—সান মিহলি, মোকাবিলা, খাপ খোৱা অৱস্থা।

**নিকট কটীয়া কৈ**—নিকপ্ কপীয়াকৈ, অলৰ অচৰ ভাবে। কঠোৰ ভাৱে, শাসনেৰে।

**সব্য-সাচি**—অৰ্জ্জুন, তৃতীয় পাণ্ডৱ, পাৰ্থ।

**ক্লৈব**—ক্লিৱ+ষ্ণ, ক্লিৱতা, জড়তা, জড় আৰু চৈতন্যৰ মাজৰ অৱস্থা। সংকিৰ্ণতা, মনৰ ঠেক ভাৱ, সংশয়!

**পাঞ্চজন্য**—কুৰুক্ষেত্ৰ যুদ্ধৰ সময়ত বজোৱা ডাঙৰ শঙ্খ।

**স্ব-ধৰ্ম্ম**—নিজ নিজ জাতিৰ ধৰ্ম্ম।

টোকা—ব্ৰাহ্মণৰ বেদাধ্যয়ণ, ক্ষত্ৰীয়ৰ যুদ্ধ, বৈশ্যৰ বেপাৰ আৰু শূদ্ৰৰ কৃষি। ধৃ+মন—ধৰ্ম্ম।

টোকা—ধৰ্ম্মৰ আৱশ্যক—ধৰ্ম্মৰ পৰাই বিশ্বৰ সৃষ্টি আৰু ইয়াৰ দ্বাৰাই বৈ আছে। ধৰ্ম্মৰ পৰাই ঐহিক আৰু পাৰত্ৰিক্ সুখ পোৱা যায়। যি ধৰ্ম্ম নষ্ট কৰে তেওঁকো ধৰ্ম্মই নষ্ট কৰে। গতিকে জন্ম বিফল হয়। ধৰ্ম্মৰ উৎপত্তি হয়—সত্যৰ পৰাই, দয়া-দানত বৃদ্ধি হয়, ক্ষমাৰ পৰা ধৰ্ম্ম স্থিতিশীল হয় কিন্তু ক্ৰোধৰ পৰা বিনাশ প্ৰাপ্ত হয়।

**তৰুণদলে বাদ দিব লগীয়া—**

অলসতা, মত্ততা, অজ্ঞানতা, চঞ্চলতা, জড়তা, বন্ধুৰ লগত বৃথা আলাপ, অহঙ্কাৰ আৰু অপব্যয়িতা ঘাই।

## প্ৰধান আৰু কঠিন বাক্যৰ অৰ্থ

**(১) তৰুণ শক্তি বাৰিষাৰ জান—জুৰিৰ দৰে।**

অৰ্থ—বাৰিষা কালৰ জান-জুৰিয়ে যেনেকৈ বৰষুণৰ পাণী গুপোচাই অবিৰাম গতিৰে বৰনৈলৈ গতি কৰে, আৰু বৰনৈক গুফোন্দাই পেলায়, দেশৰ ডেকাসকলেও সেইদৰে সমাজৰ না-না আলৈ আহুকাললৈ আওকান কৰি একাগ্ৰভাৱে দেশ বা সমাজৰ কাম কৰি দেশৰ মুখ উজ্জ্বল কৰে।

**(২) জীৱনৰ সৰ্ব্ববিধ......নব-ৰস।**

অৰ্থ—মৌ মাখিয়ে যেনেকৈ না না ঠাইৰ ৰস আনি সুৱদী মৌচাক তৈয়াৰ কৰে, সমাজৰ ডেকা সকলেও সেইদৰে দেশবিদেশৰ কৃষিশিল্প

বাণিজ্য সংক্ৰান্ত শিক্ষা-দীক্ষা, জ্ঞান-বিজ্ঞান ৰীতি-নীতি শিক্ষা কৰি নিজৰ দেশক সৰ্ব্বাঙ্গিন সুন্দৰ কৰি তোলে।

**(৩) নিয়ন্ত্ৰিত শক্তিয়েই......মূল।** ( ১৮পৃঃ ১ম দফা )

অৰ্থ—শিক্ষাৰ্থী সকল শৃঙ্খলাবদ্ধ হৈ শিক্ষাবিষয়ত আগ বাঢ়িলেই তেওঁলোকে জ্ঞান-বিজ্ঞানত আগ বাঢ়িবলৈ শক্তি পাব।

**(৪) তৰুণ শক্তিৰ কৰ্ম্মশীলতাৰ......হব পাৰেনে ?**

( ১৯পৃঃ ২য় দফা )

অৰ্থ—গ্ৰন্থ কৰ্ত্তাই প্ৰশ্ন কৰিছে যে, দেশৰ ডেকা সকলে যেতিয়া ৰাজনীতি, সমাজনীতি আদিৰ কামত আগবাঢ়ে, তেতিয়া বিদ্যাভ্যাসত কিবা অপকাৰ ঘটেনে নঘটে ?

ইয়াৰ উত্তৰ গ্ৰন্থকৰ্ত্তাই নিজেই দিছে, যে, দেশৰ বা সমাজৰ নেতা সকলে ছাত্ৰ সকলৰ কৰ্ম্মপদ্ধতি মনমোহাকৈ, অথচ শিক্ষাৰ লগত সম্বন্ধ ৰাখি বুজাই দিব পাৰিলে, ছাত্ৰ সকলে ৰাজনীতি বা সমাজ নীতিৰ কৰ্ম্মকৰিও অধ্যয়নৰ কামো ৰীতিমতে কৰি যাবলৈ বেয়া নাপাব।

**কৰ্ম্ম পদ্ধতি.........বল আছে।** ( ২০ পৃঃ শেষদফা )

অৰ্থ—পাঠৰ শেষত গ্ৰন্থকৰ্ত্তাই পাঠৰ সাৰাংশ দিয়াৰ ছলতে কৈছে যে, যি জাতিৰ তৰুণ সমাজে শৃঙ্খলাবদ্ধ হৈ ধাৰাবাহিক ৰূপে জাতিৰ উন্নতি কল্পে কাম কৰি যায়, সেই জাতিৰ ডেকাসকলক বেয়াপ্ৰবৃত্তিয়ে সেও কৰিব নোৱাৰে, কামত মনোযোগী নকৰি নেৰে, গতিকে কাম কৰিবলৈ যথেস্ট মনোবল বাঢ়ে, স্বৰূপাৰ্থত এনে বলত বলিয়ান হৈয়েই কুৰুক্ষেত্ৰত অৰ্জ্জুনে শ্ৰীকৃষ্ণৰ উপদেশত মনৰ সংকিৰ্ণতা দূৰ কৰি

গাণ্ডিৱ ধনু হাতত লৈ কুৰুক্ষেত্ৰ যুদ্ধ জিনি, স্বধৰ্ম্ম ৰক্ষা কৰি জগতত কীৰ্ত্তিমন্ত হোৱাৰ দৰে জাতিৰ ছাত্ৰসকলে নিজ জাতিৰ নাম জগত জিলিকা কৰিব পাৰে।

## চমু টোকা আৰু সঙ্কেত—

১। নৱ-ৰস—ন-বিধ-ৰস—নতুন ৰস। কাৰ্য্যৰস ন-প্ৰকাৰ— আদি, বীৰ, কৰুণ, হাঁস্য, ৰৌদ্ৰ, শৃঙ্গাৰ, বিভৎস আদি।

২। তৰুণ শক্তিৰ প্ৰয়োগ ক'ত ?

**সঙ্কেত**—গ্ৰন্থকৰ্ত্তাই তৰুণ শক্তিক নিয়ন্ত্ৰিত কৰিবলৈ উপদেশ দিছে, যেহেতু অনিয়ন্ত্ৰিত ডেকাসমাজে জাতিৰ কল্যাণ সাধিব নোৱাৰে।

৩। মানৱাত্মাৰ চৰম উদ্দেশ্য কি ?

**সঙ্কেত**—জীৱনক সত্য,: সুন্দৰ আৰু মঙ্গলময় কৰাই মানৱাত্মাৰ চৰম উদ্দেশ্য।

৪। মানৱাত্মাৰ চৰমউদ্দেশ্য সাধনৰ উপায় মুনিসকলে কি কি কেইটা নিৰ্দ্দেশ কৰিছে ?

**সঙ্কেত**—মুনিসকলে মানৱাত্মাৰ চৰমউদ্দেশ্য সাধনৰ উপাদান নিষ্ঠা, জিজ্ঞাসা আৰু সেৱা, এই তিন্‌টাকে দেখুৱাই গৈছে।

৫। তৰুণ-শক্তিৰ.........হব পাৰেনে ?

সঙ্কেত—গ্ৰন্থ লিখকে 'হব পাৰে' বুলিয়েই সমৰ্থণ কৰিছে, যদিহে যুগবাণীৰ প্ৰতিধ্বনি বাণী মন্দিৰত শুৱলাকৈ শুনাব পাৰি। তেন্তে ছাত্ৰৰ অধ্যয়ণ,-তপস্যা যুগ-বাণীয়ে ভঙ্গ কৰিব নোৱাৰে।

সমাধান—কংগ্ৰেচ মহাসভাই দেশৰ কামত আগবঢ়াৰ লগে লগে আমাৰ ছাত্ৰ সমাজেও যথেষ্ট দেশৰ কামত হাত দি যথাসাধ্য উপকা

কৰিছে, যদিও অনেক ছাত্ৰই নিজৰ অধ্যয়ন তপস্যালৈ পিঠি নিদিও থকা নাই।

অৱশ্যে নতুনত কিছু দোষ থকা স্বাভাৱিক ৰীতি, কিন্তু বৰ্ত্তমানৰ দেশনেতা সকলৰ যত্ন দেখা গৈছে যে, নিজৰ অধ্যয়ন তপস্যা অটুট ৰাখিও দেশৰ কামত আগবাঢ়িব লাগিব।

✓ চৰাই যিমান ওপৰলৈ নুৰক, তাত হানি নাই, কিন্তু নিজৰ বাঁহ পাহৰিব নালাগে।

অসমৰ দহোটা বিভিন্ন সমষ্টিৰ ১১২ জন প্ৰতিনিধিয়ে ১৯৪৬ চনৰ ১৪ মাৰ্চ্চ তাৰিখে ছিলঙ্গত চলোৱা আলোচনাৰ কথা বিশেষ উল্লেখযোগ্য।

---

কৰিছে, যদিও অনেক ছাত্ৰই নিজৰ অধ্যয়ন তপস্যালৈ পিঠি দিদিও থকা নাই।

অৱশ্যে নতুনত কিছু দোষ থকা স্বাভাৱিক ৰীতি, কিন্তু বৰ্ত্তমানৰ দেশনেতা সকলৰ যত্ন দেখা গৈছে যে, নিজৰ অধ্যয়ন তপস্যা অটুট ৰাখিও দেশৰ কামত আগবাঢ়িব লাগিব।

✓ চৰাই যিমান ওপৰলৈ নুৰক, তাত হানি নাই, কিন্তু নিজৰ বাঁহ পাহৰিব নালাগে।

অসমৰ দহোটা বিভিন্ন সমষ্টিৰ ১১২ জন প্ৰতিনিধিয়ে ১৯৪৬ চনৰ ১৪ মাৰ্চ্চ তাৰিখে ছিলঙ্গত চলোৱা আলোচনাৰ কথা বিশেষ উল্লেখযোগ্য।

---

# স্বাধীনতা

**সংক্ষিপ্তসাৰ—**

নিজৰ ইচ্ছাশক্তিক নিজে নিয়ন্ত্ৰিত কৰাই স্বাধীনতা। অনিয়ন্ত্ৰিত কৰাই স্বেচ্ছাচাৰিতা। এজনৰ ইচ্ছাশক্তিক আন এজনে নিয়ন্ত্ৰিত কৰাই পৰাধীনতা।

স্বাধীনতা প্ৰাণীৰ জন্মগত স্বত্ব, ইয়াক ৰক্ষা কৰিবলৈ সকলো প্ৰাণীয়ে, সকলো কালতে, সকলো অৱস্থাতে চেষ্টা কৰে। যদিও প্ৰাণীৰ জন্মৰ লগে লগে ইয়াক হেৰুৱাবৰ আশঙ্কা দেখাও যায়। বাস্তৱিকতে ইয়াক এবাৰ হাতৰ পৰা সাৰি যাবলৈ দিলে, দুখৰ অন্ত নাথাকে, সুখৰ কণা মাত্ৰেও জীৱনত ভুমুকি নামাৰে, গতিকে এনে অপূৰ্ব্ব বহুমূলীয়া সম্পদ ঘূৰাই আনিবলৈ আমৰণ অহোপুৰুষাৰ্থ কৰা প্ৰাণীৰ অপৰিহাৰ্য্য ব্ৰত, অনেকে এনে ব্ৰতী হৈ জীৱনকে ত্যাগ কৰি দুখৰ অন্ত পেলায়।

ব্যক্তিগত স্বাধীনতাৰ প্ৰতি প্ৰাণীৰ যেনে স্নেহ শ্ৰদ্ধা, জাতিগত স্বাধীনতাৰ প্ৰতিও তেনে মোহ দেখা যায়।

জীৱনৰ সৰ্ব্বপ্ৰকাৰ উন্নতি কৰাই মানুহৰ মুখ্য উদ্দেশ্য। ইয়াত প্ৰতিযোগিতাই যেনেকৈ সহায় কৰে, প্ৰতিদ্বন্দ্বিতাই সেই দৰে হিংসা কৰে। কিন্তু এই প্ৰতিযোগিতা স্বাধীনতাৰ ভেটীতহে গঠিত হয়, সেইহে জন্মভূমিৰ স্বাধীনতা ৰক্ষা কৰিবলৈ জাতি বদ্ধপৰিকৰ হয়।

স্বাধীন জন্মভূমিহে স্বৰ্গতকৈয়ো শ্ৰেষ্ঠ, নতুবা সি নৰক হে। পৰৰ স্বাধীনতা হৰণৰ প্ৰবৃত্তিয়েই নিজৰ স্বাধীনতা হৰণৰ শত্ৰু বুলি জগতৰ

বুৰঞ্জীয়ে ৰিঙ্গিয়াই কৈছে। গতিকে আমি নিজৰ স্বাধীনতাক যি দৰে বুজোঁ, আনৰ বাবেও তেনেকৈ বুজি লৈ সকলোকে সমানে স্বাধীনতা ভোগ কৰিবলৈ দিয়া উচিত।

## শব্দাৰ্থ আৰু ব্যাকৰণ

স্বেচ্ছাচাৰিতা—স্ব+ইচ্ছা+আচাৰী+তা, কোনো নিয়মৰ অধীন নহৈ নিজৰ ইচ্ছামতে চলা।

অমাৰ্জ্জনীয়—ন+মাৰ্জ্জনীয়—ক্ষমাৰ অযোগ্য,

বিচৰণ—বি+চৰ–অন—চলাফুৰা, ইচ্ছামতে চলিফুৰি থকা অৱস্থা।

পিঞ্জৰাবদ্ধ—সজাত সুমাই থোৱা, আৱদ্ধ।

পৰমুখাপেক্ষী—পৰমুখ+অপেক্ষী, লোকৰ হাত মুখলৈ চোৱা।

পদে-পদে—প্ৰতি মুহূৰ্ত্তে, প্ৰত্যেক কামতে।

টুপটুপীয়া—অলপ চিকুন,

কৰ্ম্ম দক্ষতা—কাম কৰিব পৰা শক্তি।

ববালি বুকুৱা—কেটেঙা, লিকলিকীয়া।

হস্তক্ষেপ—হাত দিয়া, অধিকাৰ খতোৱা।

নীতি বিৰুদ্ধ—নিয়মৰ বাহিৰ, অন্যায়।

পৰিপন্থী—বিৰোধী, অহিতকৰ।

ৰক্ষা-কৱচ—সেনাই অস্ত্ৰ শস্ত্ৰৰ পৰা ৰক্ষাপৰিবলৈ পিন্ধা পোচাক।

অবাধ-গতি—সুগম, অহাযোৱাত বাধা নথকা।

নীতি-বিগৰ্হিত—অন্যায়, নিয়মৰ বাহিৰ।

**অপহৰণ**—অপ—হৃ+অনট, কাঢ়ি নিয়া, বলেৰে নিয়া।

**মুক্তি-কামী**—মুচ্+ক্তি, যি মুক্তিৰ বাবে কামনা কৰে। মুক্ত হব খোজে।

তৃষ্ণা—তৃষ্+ন, পানী পিয়াৰ ইচ্ছা।

স্বৰ্গ—সু+অৰ্জ্জ—কামনাৰ ঠাই।

পদদলিত—চৰণৰ তলত, লোকৰ শাসনত।

উদ্ধাৰ—উৎ+হাৰ, ঘূৰাই অনা।

প্ৰতিষ্ঠা—প্ৰতি—স্থ+অঙ্+আ। সংস্থাপন কৰা, আৰম্ভণি।

অন্তৰায়—ব্যৱধান, বিভিন্নতা, দূৰতা।

মনীষী সকলে—জ্ঞানী সকলে, মহাপুৰুষে।

প্ৰবৃত্তি—মনৰ গতি, ইচ্ছা শক্তি।

ঐতিহাসিক—ইতিহাস+ষ্ণিক। বুৰঞ্জীমূলক, পৌৰাণিক।

ভৌগলিক—ভূগোল+ষ্ণিক। ভূগোল সম্বন্ধীয়।

সংস্কৃতি-মূলক—সম্+কৃত+ই। বাছক বনীয়া, গৌৰৱশালী।

পৰিস্থিতি—পৰি+স্থা+ক্তি। কাৰ্য্য প্ৰণালী, দৃষ্টান্ত, নীতি।

আন্তৰ্জাতিক—জাতিৰ গাত খাঁজ খাই থকা, জাতিৰ সমস্যা।

ত্ৰিবেণী-সঙ্গম—তিনি নদীৰ মোহনা, গঙ্গা আৰু যমুনা নৈ য লগ হৈছে। এলাহাবাদ পুণ্যক্ষেত্ৰ।

অপেয়—ন+পেয়। পিব নলগীয়া। পান কৰিলে অহিত কৰে

সাম্য-মৈত্ৰী—সকলোকে সমান ভবা। মিত্ৰভাৱ কৰা, সকলো আপোন।

কৰ্ষণ—কৃষ্+অনট। চহ কৰা, চহোৱা কাম, হাল বোৱা।

শান্তি-বট—শান্তি দিব পৰা গছ।

চিৰন্তন—চিৰকলীয়া, সদাই কামত অহা।

একাকাৰ—এক+আকাৰ। সকলোকে সমান দেখা। কাকো ঘৃণা নকৰা।

## প্ৰধান আৰু কঠিন বাক্যৰ অৰ্থ

১। **স্বাধীনতা মানুহৰ……নিহিত আছে।**

অৰ্থ—প্ৰাণী মাত্ৰেই জন্মৰে পৰা মৃত্যুলৈকে স্বাধীনহৈ থাকিবলৈ বিচাৰে, পৰাধীন হৈ থাকিবলৈ সমূলি মন নকৰে। কিন্তু কিছুমান নিয়মৰ তলতীয়াহৈ নচলিলে সেই স্বাধীনতা দোষাবহ হয়, অৰ্থাৎ নিজ ইচ্ছাৰ ওপৰতে দুই ৰকমৰ স্বাধীনতা নিৰ্ভৰ কৰে। ই অনিষ্টকাৰী স্বাধীনতাহে।

২। **ব্যক্তিগত……মূল।** (২৩ পৃঃ মাজ অংশ)

অৰ্থ—যেতিয়া কোনো এক জাতিৰ প্ৰত্যেক মানুহেই স্বাধীন হবলৈ মন মেলে, তেতিয়া সেই জাতি স্বাধীন নহৈ পৰাধীন হৈ থাকিব নোৱাৰে।

৩। **স্বৰ্গত লগুৱা……ভাল।** (২৪ পৃঃ ২য় দফা)

অৰ্থ। যি জন্মভূমি স্বাধীন, সেই দেশহে সেই জাতিৰ লোকজনৰ প্ৰতি স্বৰ্গ, যদি দেশ স্বাধীন নহয়, লোকসকলহে স্বেচ্ছাচাৰী তেন্তে তেনে জাতিৰ লোকৰ পক্ষে সেই জন্মভূমি নৰকৰ তুল্য দুখজনক হয়।

৪। **মানুহৰ কৰ্ম্মক্ষেত্ৰ……আৱশ্যক।**

অৰ্থ—স্বাধীন দেশৰ মানুহে জাতিৰ উন্নতিকল্পে যি যি কাম কৰিবৰ দৰ্কাৰ পৰে, সেই সকলো কৰি যাব পাৰে, কিন্তু পৰাধীন জাতিয়ে তেনেকাম কৰিবলৈ পদে-পদে বাধা পায়, গতিকে কৰ্ম্মক্ষেত্ৰ ঠেক হৈ থাকে, দেশেও উন্নতি কৰিবলৈ সুবিধা নাপায়।

৫। স্বাধীনতাৰ......আছে। (২৬ পৃঃ ২য় দফা)

অৰ্থ—জগতৰ স্বাধীন দেশ বিলাকৰ কোনো খনে ভূগোলৰ মাজেদি, কোনো খনে বুৰঞ্জীৰ সহায়েৰে আৰু কোনো খনে দুইৰো সংমিশ্ৰণত সাহিত্য-সম্পদৰ যোগেদি স্বাধীনতা অৰ্জ্জন কৰাৰ প্ৰমাণ পোৱা যায়।

৬। যতেই স্বাধীনতা......মোৰ দেশ। (২৫ পৃঃ ২য় দফা)

অৰ্থ—এই কথাশাৰী য়ুৰোপৰ মহাকবি মিল্টনে কৈছিল, যে যি দেশৰ মানুহবোৰে নিয়মৰ তলতীয়া হৈ দেশৰ উন্নতিকল্পে কাম কৰে সেই দেশত থকা লোক এজনে সেই দেশত থাকিয়েই স্বৰ্গসুখ পায়।

৭। "জোৰ যাৰ মুলুক তাৰ" এই কথাশাৰী কেৱল মোহান্ধ লোকৰ মুখত হে শোভা পায়। তেওঁলোকে লোকৰ স্বাধীনতাত সদায় বাধা দিয়ে, পৰোক্ষে নিজ জাতিৰে অমঙ্গল চিন্তা কৰে কিয়নো যি লোকৰ স্বাধীনতা হৰণ কৰে, তেনে জাতিৰ মাজত বিপ্লৱ সৃষ্টি হৈ জাতিটোৱে হাবাথুৰি খাই ফুৰাৰ দৃষ্টান্ত বুৰঞ্জীত পোৱা যায়।

৮। আদিতে স্বাধীনতা......সত্য।

অৰ্থ—প্ৰত্যেক জীৱই স্বাধীনতা ভাল পায়, অথচ ব্যক্তিগত স্বাধীনতাই জাতিৰ স্বাধীনতা আনে, সি নিয়ন্ত্ৰিত হলে স্বাধীনতা যুগমীয়া হয়, এই কথা সদাই সত্য, মিছা হবই নোৱাৰে।

## চমু টোকা আৰু সঙ্কেত

১। স্বাধীনতা জন্মগত স্বত্ব বোলাৰ অৰ্থ কি?

**সঙ্কেত**—মানুহৰ কথাকে নকওঁ ইতৰ জীৱয়ো পৰৰ তলত থাকিবলৈ বেয়া পোৱা সদায় দেখা গৈছে।

২। চৰায়ে সোণৰ······কিয় ?

**সঙ্কেত**—চৰাইৰ আন নাম বিহঙ্গম। সি আকাশত গতি কৰে, কিন্তু তাক সোণৰ সজাত সুমাই থলে, সি সেই ইচ্ছা পূৰাব নোৱাৰে, চৰায়ে আজন্ম গছৰ পকা পকা গুটি, ঝৰণাৰ পানী, জ্ঞাতিৰ সঙ্গত আহাৰ কৰে, কিন্তু সোণৰ সজাত এই বোৰৰ নিতান্ত অভাৱ, গতিকে ওলাই যাবলৈ ভুমুকিয়াই থাকে।

৩। এটা জাতিৰ স্বাধীনতা কি কি গুণৰ ওপৰত নিৰ্ভৰ কৰে ?

**সঙ্কেত**—এটা জাতিৰ সাহ পিত, চৰিত্ৰবল, কৰ্ম্মদক্ষতা আদি সদগুণৰ ওপৰত এটা জাতিৰ স্বাধীনতা নিৰ্ভৰ কৰে।

৪। স্বাধীনতাৰ শত্ৰু কি ?

**সঙ্কেত**—গ্ৰন্থকাৰে কৈছে যে, পৰৰ স্বাধীনতা অপহৰণৰ চেষ্টাই নিজ স্বাধীনতাৰ শত্ৰু। ই প্ৰথমে ব্যক্তিগত, পাছত জাতিগত, শেষত স্বেচ্ছাচাৰিতাত পৰিণত হৈ পৰৰ লগতে নিজৰ দেশৰে বিনাশ সাধন কৰা দেখা যায়।

৫। মানুহৰ কৰ্ম্মক্ষেত্ৰ বহল কৰাৰ উপায় কি ?

**সঙ্কেত**—স্বাধীন চিন্তাৰেহে দেশ বা জাতিৰ কৰ্ম্মক্ষেত্ৰ আহল-বহল কৰিব পাৰি ?

৬। বিপ্লৱৰ সূত্ৰপাত কেনেকৈ হয়।

**সঙ্কেত**—যেতিয়া এটা সবল জাতিয়ে মোহান্ধ হৈ অন্যজাতিৰ স্বাধীনতাত বাধা দিয়ে, তেতিয়া সেই দুৰ্ব্বল জাতি তলে তলে কিছু দূৰ সবল হৈ দেখা দেখিকৈ সবলৰ লগত বাদ বিসম্বাদ কৰি দেশ তোলপাৰ কৰে।

সমাধান—আক্ষেপ—

আমাৰ দেশ অনেক কাল স্বাধীন হৈ আছিল, কিন্তু নানা জাতিৰ শাসনৰ ফলত, ভাৰতীয়ৰ কৰ্ম্ম নিপুনতা গুণ এক ৰকম লোপ পাইছিলহি, ভাগ্যে গোখেল, তিলক, গান্ধী আদি মনীষী সকলে অশেষ যত্ন কৰি স্বাধীনতা ৰত্ন ঘূৰাই আনিছে ; ভাৰতবাসী লাহে লাহে কৰ্ম্মক্ষেত্ৰত আগ বাঢ়িছে, এক দেৰ বছৰৰ ভিতৰতে আমাৰ জাতিয়ে যিমান কামত আগুৱাব পাৰিছে, ইংৰাজৰ শাসন দণ্ডৰ তলত থকা হলে অনেক কালেও ইমান কৰ্ম্মত আগবঢ়া টান হল হেতেন।

এতিয়া আমি স্বাধীনতাৰ সূত্ৰ মুখস্থ কৰিছোঁ মাত্ৰ, ইয়াৰ ব্যৱহাৰ প্ৰণালী ভালকৈ শিকিলৈ কামত আগবঢ়া উচিত।

---

**অপৰিহাৰ্য্য**—ন+পৰিহাৰ্য্য পৰি—হৃ+ণ্যৎ—পৰিহাৰ কৰিব নলগীয়া।

**সংহতি**—সংপাতি, লগহৈ, ইয়াৰ পৰা "সাঙ্গি" শব্দ ওলাইছে।

**নিৰুদ্বেগ**—নিঃ+উদ্বেগ অচিন্তনীয়, বেছিভাবিব নলগীয়া।

**ৰাষ্ট্ৰশক্তি**—কেবাটাও জাতি মিলি থকা।

**মধুকোষ**—মৌৰ ভঁড়াল, ৰহঘৰা।

**প্ৰাচুৰ্য্য**—প্ৰচুৰ+ষ্ণ্য প্ৰচুৰতা।

**ঘৃণনীয়**—ঘৃণা+অনীয় ঘিণাব লগীয়া।

**সংৰক্ষণ**—সং—ৰক্ষ+অন। একে অৱস্থাতে ৰখা।

**সম্মোহিণী**—সৎ+মোহিনী ভুলাব পৰা, মোহ লগাব পৰা গুণ।

## প্ৰধান আৰু কঠিন বাক্যৰ অৰ্থ

১। **হৃদ যন্ত্ৰত ৰক্ত-বিন্দুৰ……নাপায়।**

(২৮ পৃষ্ঠা ১ম দফা)

**অৰ্থ**—গ্ৰন্থ লিখকে একতাৰ সূত্ৰ দিবলৈ উদাহৰণ স্বৰূপে বুজাইছে যে, যেতিয়ালৈকে মানুহৰ কলিজাত তেজৰ বেগ চলি থাকিব, তেতিয়ালৈকে মানুহ জীয়াই থাকে। অথচ সেই তেজৰ সোঁত কিছুমান অকণ অকণ তেজৰ কনিকাহে।

২। **সংহতি কাৰ্য্য সাধিকা**— (২৯ পৃঃ ২য় দফা)

**অৰ্থ**—গ্ৰন্থ লিখকে শাস্ত্ৰৰ বচন হুবহু তুলি দি একতাৰ কাৰ্য্য শক্তি বুজাইছে, যে, অনেকজন লগলাগি কৰা কাম সিদ্ধ নহৈ নোৱাৰে।

**টোকা**—জাককৰাৰ নাও বামেই যায়। পৰুৱাই পৰ্ব্বত খহায়॥

৩। **আত্ম-ৰক্ষাৰ অপৰিহাৰ্য্য……সূত্ৰপাত।**
(২৯ পৃষ্ঠা ৩য় দফা)

**অৰ্থ**—গ্ৰন্থ কৰ্ত্তাই কৈছে যে, যেতিয়া কোনোক কোনো শত্ৰুৱে আক্ৰমণ কৰে, তেতিয়াই প্ৰাণীয়ে মুঠ বান্ধিবলৈ আৰম্ভ কৰে।

**পটন্তৰ**—কাউৰী এজনী ধৰিলে, তাই ৰমলিয়াতে চাৰিও ফালৰ পৰা কাউৰীবোৰ আহি হাতৰ পৰা তাইক কাঢ়িনিবলৈ থপিওৱা দেখা যায়।

৪। **গাওঁ সংৰক্ষণ……আহিছে।** (৩০ পৃষ্ঠা ২য় দফা)

**অৰ্থ**—আজি কালি যদিও কমিছে তথাপি দেখা যায় যে, গাঁৱৰ মানুহে একেলগ হৈ নামঘৰ সজা, আলিবন্ধা, খেতি কৰা, সকাম পতা, আনকি একোঘৰ মানুহক ঘৰসাজি দিয়া, কামৰ পৰাই গাঁৱলীয়া মানুহ তৰি থাকিব পাৰিছে। ডাঙৰ ডাঙৰ কামো কৰি সুখে সুকলমে আছে।

৫। **প্ৰাণী জগতত……পাৰি।** (৩১ পৃষ্ঠা ১ম দফা)

**সঙ্কেত**—প্ৰাণী সকলৰ ভিতৰত মৌ-মাখিৰ একতাগুণ মানুহে অনুকৰণ কৰিব লগীয়া।

মৌ বাহত এজনী ঘাই বা ৰাণী থাকে। ৰাণীয়ে য'তে জিৰাবলৈ মন কৰে তাতে সকলো মৌ থাকিবলৈ সন্মত হয়। মৌ-মাখি খিনি চাৰি ভাগ হয়, এভাগে বিচনি সজাৰ উপকৰণ গোটায় এভাগে বিচনি তৈয়াৰ কৰে, আন এভাগে এই দুভাগৰ বাবে আহাৰ সংগ্ৰহ কৰে, চতুৰ্থ ভাগে দূৰ দূৰণিৰ পৰা হলেও নানা ফুল ফল, দ্ৰব্যৰ পৰা মৌ-সংগ্ৰহ কৰে, অথচ কোনেও কামত এলাহ নকৰে, আবশ্যক হলে কামৰ বা ভাগৰ সাল সলনিও ঘটাই লয়।

৬। কলিযুগত.........হৈ আহিছে। (৩১ পৃষ্ঠা শেষ দফা)

**অৰ্থ**—গ্ৰন্থ কৰ্ত্তাই দেখুৱাইছে যে সত্য কালৰে পৰা মানুহে একতাবদ্ধহৈ কাম সাধি আহিছে, আৰ্য্য সকলে দলবদ্ধ হৈ হে অনাৰ্য্য সকলক পৰাজয় কৰি আৰ্য্যাৱৰ্ত্ত পাতিছিল, দেৱতা সকলে অসুৰৰ লগহৈহে সাগৰ মন্থন কৰি অমৃত পান কৰি অমৰ হৈছিল আৰু আৰ্য্য সকলক ৰক্ষা কৰিব পাৰিছিল। ৰামে কিস্কিন্ধ্যাৰ প্ৰজাসমূহৰ সহানুভূতিত হে সীতা উদ্ধাৰৰ উপলক্ষে ৰাক্ষসকূল ধ্বংস কৰিবলৈ সমৰ্থ হৈছিল। কুৰুক্ষেত্ৰ ৰণ ভাৰতৰ ১৮ অক্ষৌহিণী প্ৰজাৰ সমবেত চেষ্টা মাত্ৰ। বৰ্ত্তমান যুগতো যত বোৰ যুদ্ধ-বিগ্ৰহ হৈছে, সেই বোৰতো একতাৰ উদাহৰণ যথেষ্ট পোৱা যায়। জাতি সঙ্ঘই কলিৰ একতাৰ ঘাই নিদৰ্শন বুলি কব পাৰি।

## চমু টোকা আৰু সঙ্কেত

১। হিতোপদেশৰ চিত্ৰগ্ৰীৱৰ উপাখ্যান—

**সঙ্কেত**—হিতোপদেশত পোৱা যায় তাহানি কালত এটা চৰাই চিকাৰীয়ে এদিন এখন হাবিৰ মাজত অকণমান ঠাই চিকুনাই, তাতে এখন জাল পাতি জালৰ ওপৰতে এগালি চাউল চটিয়াই থৈছিল। যাতে চাউল খাবলৈ অহা চৰাই সেই জালত বন্দী হয় আৰু সি সেই চৰাই ধৰি নি খাব বা বেচি পইচা লব পাৰে।

পিচদিনা পুৱা এজাক কপৌ সেই হাবিৰ ওপৰে উৰি যাওঁতে সেই চাউলত সিহঁতৰ চকু পৰিল। কেইবাটাও কপৌৱে চাউল খাবৰ মন কৰিলে, কিন্তু চিত্ৰগ্ৰীৱই সন্দেহ জনক চাউল বুলি কোৱাতো কপৌজাকে নামানিলে, আৰু সকলো তললৈ নামি চাউল খাবলৈ

ধৰিলে। ইকালে সিহঁতৰ ঠেঙত যে, কান্দ লাগিল, চাউল খোৱাৰ পাছত হে সিহঁতে তাক কব পাৰিলে। যা হওক সিহঁতে আলোচনাত থিৰ কৰিলে যাতে সকলোৱে একেলগে উৰামাৰি চিকাৰী নৌ আহোতেই জালে সৈতে ওপৰলৈ উঠিব পাৰে; কথামতেই কাম কৰিলে। নিলগৰ পৰা চিকাৰীয়ে এই দৃশ্য দেখি কপৌক ধৰাৰ বি দুখ মনেৰে ঘৰলৈ উভতিল। কপৌজাক গৈ এক নিগনিৰ গাঁতৰ মুখত পৰিল আৰু নিগনিৰ সৰু দাঁতেৰে জাল কুটাই সন্তোষ মনে নিগনিক আশীৰ্ব্বাদ দি মহানন্দে উৰি গ'ল।

২। একতাৰ সূত্ৰপাত ক'ত?

**সঙ্কেত**—পৰিয়ালৰ ৰক্ষণাবেক্ষণ, সুখ সম্পদ, নিৰাপদ আৰু নিৰুদ্বেগ জীৱন যাপনৰ আৱশ্যকতাতে একতাৰ সূত্ৰ পাত হোৱা দেখা যায়।

৩। প্ৰাণীৰ ভিতৰতৰ একতাত পিচপৰা কোন?

**সঙ্কেত**—কুকুৰৰ একতাগুণ বৰ কম দেখা যায়। চলিত কথা-কুকুৰে কয়, "মই একে দিনাই গঙ্গাস্নান কৰি আহিব পাৰো, কেৱল জাতিৰ হিংসাতে সোনাই থাকোঁ"। কুকুৰৰ কামোৰতে বিমান কুকুৰ মৰে আন প্ৰকাৰে মৰা অতি বিৰল।

**আক্ষেপ সমাধান**—যেতিয়ালৈকে আমাৰ গাঁৱত "মাৰ" আছিল, তেতিয়ালৈকে গাঁৱৰ মানুহ বৰ সুখী আছিল, যেতিয়াৰ পৰাই নগৰৰ সৃষ্টি হল, তালৈ নানা ঠাইৰ নানা সম্প্ৰদায়ৰ মানুহ আহি গাই গুটীয়াহে চলিবলৈ ধৰিলে—তেতিয়াৰ পৰাই গাঁৱৰ মানুহৰ মাজতো একতাৰ ভাব কমি আহিবলৈ ধৰিলে। বৰ্ত্তমান নগৰত যে সহানুভূতিৰ ভাব অতি ক্ষীণ দেখা গৈছে। ই কিন্তু জাতিৰ পক্ষে মঙ্গলকৰ

নহয়, গতিকে আমি পুনৰ সংগঠনৰ কামত হাতেকামে লাগি যোৱা একান্ত কৰ্ত্তব্য।

চমু টোকা লিখা—

১। ইতৰ প্ৰাণীৰ মাজত যে একতাৰ কাৰ্য্য ফুটি ওলায় কেইটিমান উদাহৰণ দিয়া।

২। জাতিসঙ্ঘৰ চমু আভাস দিয়া।

৩। একতাৰ সূত্ৰপাত হয় ক'ৰ পৰা ?

৪। গাওঁ সংগঠনৰ বাবে বৰ্ত্তমান অসমে কেনে ব্যৱস্থা হাতত লৈছে।

৫। নগৰৰ ভিতৰত একতাৰ অভাৱ কিয় দেখা যায় ?

---

# সময়

**সংক্ষিপ্ত সাৰ**—সময় সৌভাগ্যৰ নায়ক। যিয়েই জগতত সময়ৰ সজ ব্যৱহাৰ কৰিব পাৰিছে, তেৱেঁই আগ বাঢ়িছে, যি তাকে কৰিব পৰা নাই, তেওঁ হাঁ হুতাশত কাল কটাইছে।

সময় প্ৰকৃতি-পৰিবৰ্ত্তনৰ কল মাত্ৰ। ইয়াক লক্ষ্য কৰিয়েই উদ্‌ভাৱিকা শক্তিৰ বলত মানুহে লাহে লাহে সময় নিৰূপণৰ কৌশল উলিয়াই বিজ্ঞান জগতৰ লগত জ্যোতিষ জগতৰ সম্বন্ধ লগাই লৈ মানৱ জগত সুখময় কৰিছে।

সময়ৰ প্ৰকৃত যন্ত্ৰ কৰ্ম্মহে। জীৱনৰ জোখো কৰ্ম্মহে, যি অলপ সময়ৰ ভিতৰতে বহুত কৰ্ম্ম কৰিব পাৰে, তেঁৱেই দীৰ্ঘজীৱী।

বিশেষ বিশেষ একোটা ঘটনাৰ আশ্ৰয় কৰিয়েই মানুহে একো একোটা সময়ৰ গণনা আৰম্ভ কৰে। 'বৰ ভূঁইকঁপত মই ৮ আঁঠ বছৰীয়া ইত্যাদি।

যীশু খৃষ্টৰ জন্মৰে পৰা খৃষ্টাব্দ আৰম্ভ হৈ ১৯৪৯ চন হৈছে।

## কঠিন শব্দৰ অৰ্থ আৰু ব্যাকৰণাদি—

**কাৰ্য্যক্ৰম**—কৃ+ণ্যৎ, কাৰ্য্যৰ ভাও, কামৰ প্ৰণালী, কাৰ্য্যৰ সালসলনি।

**ঋতু**—ঋ+তুণ। এবছৰৰ সৰুভাগ, দুমাহ, বতৰ বিশেষৰ নাম।

**মজলীয়া**—মাজ+অলীয়া, মধ্যম।

**লক্ষণাক্ৰান্ত**—লক্ষণ+আক্ৰান্ত, লক্ষণযুক্ত।

বুৰঞ্জী—বু—বণ্‌জ+ঈ। নজনা কথা জনাৰ ভড়াল। পুৰাণ
ইতিহাস।

কিম্বদন্তী—প্ৰবাদ, মুখে মুখে চলি অহা কথা।

উদ্ভাৱিকা—উদ্‌ভূ+ণিক+আ, নতুনকৈ উলিয়াব পৰা গুণ।

কৰায়ত্ত—কৰ+আয়ত্ত। হাতৰ মুঠিত থকা, অধীনস্থ।

ক্ষুদ্ৰতম—ক্ষুদ্ৰ+তম—অতিসৰু, বিন্দুকণা।

সৃষ্টি—সৃজ+ক্তি—বিশ্ব জগত, সংসাৰ।

ধন্বন্তৰি—ঈশ্বৰে বেজ স্বৰূপে ধৰা জন্ম।

সপ্তসুৰ—সাতোটা সুৰ, সা, ঋ, গা, মা, পা, ধা, নি। সকলো
গিনে পূৰ।

বিশ্ৰাম—বি—শ্ৰম+অন। জিৰণি। কামৰ সালসলনি।

অব্যাহতি—আজৰি, মেলানি, কৰ্ম্মশেষ।

অমৰ ধাম—মৃ—অচ্, ধাম—পুৰ, স্বৰ্গপুৰী, দেৱতা সকল থকা
ঠাই। নমৰাৰ দেশ।

গ্ৰন্থি—গ্ৰন্থ—নি, বান্ধনি, সাঙোৰ।

সাহিত্য—সাহিত—ষ্যঃ। সকলোৰে আলোচনাৰ স্থল।

স্মৰণীয়—স্মৃ+অনীয়, মনত পেলাব লগা। সুমৰিব লগীয়া।

গধূলি—গ-গৰু—ধূলি+পৰাৰ সময়। আবেলি, গৰু ঘৰলৈ
অহা সময়।

জন্তু—জন্‌+তুন্‌—ইতৰ প্ৰাণী, পশু।

চন্দ্ৰ—চন্দ্‌—ৰক্‌+জোন, শশী।

সূৰ্য্য—সৃ+ক্যপ—বেলি, ভানু।

## প্ৰধান আৰু কঠিন বাক্যৰ অৰ্থ

১। কাৰ্য্যক্ৰম·········হয়। (৩৩ পৃঃ ১ম দফা)

অৰ্থ—একোটা ডাঙৰ ঘটনাই বা প্ৰধান কামে সময়ৰ বিভিন্নতাৰ ধাৰণা দিয়ে। যেনে ৰামৰ জন্মৰে পৰা শ্ৰীকৃষ্ণৰ জন্মলৈ এক যুগ।

২। প্ৰাকৃতিক·······কৰা হয়। (৩৩ পৃঃ ২য় দফা)

অৰ্থ—বৰষুণৰ সময়ক বাৰিষা, জাৰৰ সময়ক শীত ঋতু বোলা যায়।

৩। সময়ৰ সদ্ব্যৱহাৰ······পাৰি। (৩৫ পৃঃ ২য় দফা)

অৰ্থ—হনুমানে সূৰ্য্যটো কাষলটিৰ তলত সুমাই লৈ লক্ষ্মণক জীয়াবলৈ ঔষধ আনিছিল, অৰ্থাৎ ৰাতিৰ ভিতৰতে গন্ধ মাদনৰ পৰা ঘূৰি অহাকৈ বেগ দিছিল। নতুবা ৰাতি পুৱালেই ঔষধে গুণ নিদিব।

ইয়াৰ পৰা বুজা যায়, কৰিব লগা কাম শৃঙ্খলা লগাই কৰি উঠিলেই সময়ৰ সজ ব্যৱহাৰ কৰা হয়।

৪। সময় অমূল্য ধন। (৩৬ পৃঃ ২য় দফা)

অৰ্থ—সময়ৰ কাম সময়তে কৰিব পৰা মানুহে সকলো সুখৰ বস্তু ধন ধান, বিদ্যা জ্ঞান, মান যশ যে পায়েই, ধনো ঘটিলৈ পাৰত্ৰিক জীৱন সুখময় কৰে।

৫। সময়ৰ শৰ······মিছা। (৩৭ পৃঃ ২য় দফা)

অৰ্থ—সময়ৰ কাম সময়তে নকৰি পাছলৈ থলে কাম যে হৈ নুঠেই, শেষত বেজাৰ পাবলৈ আছে। অৰ্জ্জুন এক মুহূৰ্ত্তকাল অমনযোগী হলেই ভীষ্মই ১০ হাজাৰ সৈন্য বধ কৰিব বুলি সদায় সতৰ্ক আছিল।

## চমু টোকা, সঙ্কেত আদি

১। মনুষ্যৰ কিমান বছৰে ব্ৰহ্মাৰ এদিন ?

**সঙ্কেত**—আমাৰ ৪৩ কোটি ২০ লাখ বছৰে এক কল্প, সেয়ে ব্ৰহ্মাৰ ১ দিন হয়।

২। বিশ্বৰ খণ্ড আৰু মহা প্ৰলয়ৰ অৰ্থ কি ?

**সঙ্কেত**—শাস্ত্ৰত বৰ্ণিত আছে আজিৰ এই উন্নত জগতে এদিন উন্নতিৰ শেষ সীমা পাবগৈ, তেতিয়া দ্বাদশাদিত্য উদয় হৈ জগত ভস্ম কৰিব, তাৰ পাছত জলপ্লাৱন হৈ নতুন জগতৰ সৃষ্টি হ'ব, এয়ে মহা প্ৰলয়।

১৯১৮ চনত ভাৰতৰ প্ৰায় ৭৬ লাখ মানুহ ইনফ্লুয়েঞ্জাত মৰিল, ইয়াকে খণ্ড প্ৰলয় বুলি কব পাৰি।

৩। সময়ৰ টিকনিডাল হেনো আগকালে।

**সঙ্কেত**—গ্ৰন্থকৰ্ত্তাই কথাশাৰী লোকৰ পৰা শুনা ভাৰত কৈছে যে, সময় কেৱল আগবাৰে, অলপো পাছ নপৰে গতিকে আমি সময়ৰ লগতে নুজালে সকলো বিফল।

৪। নিৰ্দ্ধাৰিত সময়ত উপস্থিত হব নোৱাৰাৰ বাবে অৰ্থ নাশ, মনস্তাপ হোৱা দৃষ্টান্ত—

**সঙ্কেত**—ৱাটাৰ্লু যুদ্ধত নেপোলিয়াণৰ কিছুমান সেনা যুদ্ধক্ষেত্ৰত উপস্থিত হোৱা ত মাত্ৰ ৫ মিনিট পলম হৈছিল, সেই বাবেই তেওঁ সেই যুদ্ধত হাৰিল, অনেক ক্ৰোৰ টকা ক্ষতি হ'ল, শেষত বেজাৰ অপমানে ম্ৰিয়মান হৈছিল।

৫। কৰ্ম্মলোকৰ সময়ৰ ভাগ......কেনে ?

**সঙ্কেত**—সময়ৰ মূল্য বুজা এচ, এল, মেহ্‌টা চাহাবে ৫ মিনিট সময়ৰ আগতে পোৱা সভামণ্ডপৰপৰা গৈ মৌজাদাৰৰ কাম চাইছিল গৈ

মহাত্মা গান্ধীয়ে ২৪ ঘণ্টাৰ ভিতৰত কামৰ লেখ কৰা কথা ভৱাই অসাধ্য।

সমাধান আক্ষেপ—

যুগ প্ৰৱৰ্ত্তক মহাত্মা গান্ধীয়ে আমাক ১০।১২ বছৰৰ আগতে "চৰকাই স্বৰাজ" আনিব বুলি ইঙ্গিত দিছিল, আমি কিন্তু তালৈ আওকাল কৰিলোঁ, তাৰ ফলতে আজি আমি বস্ত্ৰৰ অভাৱৰ দুৰ্গতি ভোগ কৰিছোঁ।

মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে ৫০০ বছৰৰ পূৰ্ব্বেই আমাক সমাজ সংগঠনৰ আভাস দিছিল, যদিও আজিকোপৰিমিত কাৰ্য্যত হৈ উঠা নাই।

বৰ্ত্তমান স্বৰাজ পাওঁতেই আমি স্বাধীনতা ৰক্ষাৰ যাৱতীয় কৰ্ম্ম কৰি লব লাগিব, নতুবা গুটিটোও যাব, অৰ্থাৎ ভাৰতৰ অন্যান্য প্ৰদেশৰ লগৰ উজাব নোৱাৰি বেজাৰৰ হা হুমুনিয়াহ পেলাব লাগিব।

---

# কৌশল

**সংক্ষিপ্ত সাৰ**—প্ৰাণী জগতত আত্মৰক্ষাৰ প্ৰয়োজনতেই কৌশলৰ জন্ম। উন্নতিশীল মানবজাতিৰ হাতত ই উত্তৰোত্তৰ বৃদ্ধিপ্ৰাপ্ত হৈ বিংশতি শতিকাত চৰমসীমাত উপনীত হৈছে।

আজিৰ মানুহে হাতৰে নধৰি, চকুৰে নাচাই, ভৰিৰে খোজ নচলাই, জিভাৰে নলৰাই, দাঁতেৰে নোচোবাই যন্ত্ৰৰ দ্বাৰা ইন্দ্ৰিয় বৰ্গৰ কষ্ট লাঘৱ কৰি সহজসাধ্য কৰিছে। শত যোজনৰ পথ নিমিষতে যাব পৰা কৰি সময়ৰ সজ ব্যৱহাৰ কৰিছে।

মানুহৰ মনোৰাজ্যতো ইয়াৰ প্ৰতিক্ৰিয়া ভাল দৰে চলিছে কঠোৰ গণিত শাস্ত্ৰক বীজগণিতেৰে, অনুবীন দূৰবীনৰ সহায়েৰে লক্ষ-কোটি যোজনৰ গ্ৰহ নক্ষত্ৰক নিচেই ওচৰ কৰি পেলাইছে।

আধ্যাত্মিক জগততো চকুৰে নমনা, মনে ঢুকি নোপোৱা এনে একটি সূক্ষ্মাতিসূক্ষ্ম সত্য, যোগাভ্যাসেৰে সহজ কৰি দেখুৱাইছে।

জগতে আৰু নো কিমান সুবিধা কৰি লব পাৰে, তাৰ আলোচনা চলিব লাগিছে। ইয়াৰ পৰিণতি ক'ত ভবাও টান।

## কঠিন শব্দৰ অৰ্থ আৰু ব্যাকৰণ

**উৎকৰ্ষ**—উৎ + কৃষ, + নক, ক্ৰমাৎ আগ বঢ়া, চহ কৰা, সহ কৰা।

**শিৰস্ত্ৰাণ**—শিৰঃ + ত্ৰাণ, মূৰ ৰক্ষা কৰা টুপি, ছাতি বা জাপি।

**আধুনিক**—অধুনা + ষ্ণিক ; আজি কালিৰ।

বন-বিহাৰী—বনত বিহাৰ কৰে যি, বনৰীয়া।

বনচৰ—বন—চৰ্ + অট, বনত চৰে যি।

দাবানল—হাবিৰ জুই, ৰু ৰু কৈ জলা জুই।

বন্য—বন + য, বনত উৎপত্তি হোৱা, কাঠ, বেঁত, ইকৰা আদি।

আৰামপ্ৰদ—সুখদায়ক, শান্তি দিওঁতা।

নোমাল—নোম + আল ; দীঘল নোম থকা, সৰহ নোম থকা।

বনকৰা—চিত্ৰ-বিচিত্ৰ, ফুলবছা, ফুলাম।

চলৎ শক্তি—গতি, চলিব পৰা শক্তি।

বৈদ্যুতিক—বিদ্যুৎ + ষ্ণিক, বিজুলী—সম্বন্ধীয়, তাৰিতৰ পৰা উৎপন্ন।

হেতালি খেলিছে—নানা কামত লগাইছে।

সূক্ষ্ম—অতি সৰু, গূঢ় তত্ত্ব, অতি গোপ্য।

সম্ভাব্য—সম্ভৱ + ষ্ণ্য, হ'ব পৰা।

চলন্তিয়াৰ—চলন্ত + ইয়াৰ, চলিব পৰা।

হিতকাৰী—হিত + কৃ + নিন, উপকাৰী।

বিপৰ্য্যয়ো—বিপৰীত ও, ওলোটা ঘটাও।

অপৰিহাৰ্য্য—ন—পৰি—হৃ + ন্যৎ, এৰাব নোৱাৰা।

জ্যোতিষী—জ্যোতিষ + ইন্, জ্যোতিষ জনা।

শাস্ত্ৰ—শাস্ + স্ত্ৰন, যি মানুহক শাসন কৰে, বিধান দিয়ে।

## কঠিন আৰু প্ৰধান বাক্যৰ অৰ্থ

(৩৯ পৃঃ ১ম দফা)

১। কৌশল……গুণ।

অৰ্থ—সকলো প্ৰাণীয়েই নিজ নিজ কাম কৰোঁতে বুদ্ধি খটোৱা দেখা যায়।

২। মাত্র ইতৰ……বিধৰ। (৩৯ পৃঃ শেষ দঃ

অৰ্থ—মানুহত বাজে আন জন্তুয়ো কামত বুদ্ধি খটায়, কিন্তু সে বুদ্ধিবোৰ বঢ়াই নিব পৰা নাই, সদাই একে দৰেই আছে।

৩। বুদ্ধিবৃত্তিৰ……ৰূপধৰে। (৩৯ পৃঃ ২য় দফা

অৰ্থ—মানুহৰ ভিতৰতো কিছুমান মানুহে বিজ্ঞান বিষয়ত যথেষ্ট উন্নতি কৰিছে, শাৰীৰিক, মানসিক আৰু আধ্যাত্মিক জগতত আচৰিত ৰকমে উন্নতি কৰি সভ্যজগতত সম্মান লাভ কৰিছে।

৪। মানুহৰ কৌশলী……ৰজা আছিল। (৪১ পৃঃ মাজ দঃ

অৰ্থ—কৌশল খটুৱাব পৰা মানুহে চৰাইৰ পাখিৰ মনোহৰ ব… বৰণ কাপোৰত বাছি শিল্প কৰ্ম্মৰ জেউতি চৰাইছে, মানৱ জন্মক সাৰ্থক কৰিছে।

৫। হিতে বিপৰীত……কথা। (৪৩ পৃঃ শেষ দঃ

অৰ্থ—বিজ্ঞানৰ বলত মানৱ জাতিয়ে প্ৰাণী জগতৰ অহিতকৰ কাম সধাও দেখা যায়। হিমালয় আৰোহনত অনেক বৈজ্ঞানিক পণ্ডিতৰ লোপ হোৱা, ইংলণ্ডত বছৰত ৩ হাজাৰৰ ওপৰ মানুহ মৃত্যুৰ মুখত পৰা, তাৰিতৰ কবলত কত মনিষীয়ে প্ৰাণ এৰিছে, ৰেল-জাহাজ মটৰ বিমানৰ দুৰ্ঘটনাত মৰা মানুহৰ সংখ্যা বাতৰি কাকতৰ যোগে সদায় জনা কথা। বৈজ্ঞানিক প্ৰণালীতে কৰা যুদ্ধই মুহূৰ্ত্তৰ ভিতৰতে লক্ষ লক্ষ লোকৰ প্ৰাণ নাশ কৰিছে।

## চমু টোকা সঙ্কেত আদি

১। কৌশলৰ উদ্ভৱ কেনেকৈ হয়?

সঙ্কেত—আত্ম ৰক্ষাৰ প্ৰয়োজনতে কৌশলৰ জন্ম বুলি কথিত

মানুহৰ যথাৰ্থ স্বৰূপ ঈশ্বৰৰ মহাদান—স্থূলদেহ, ইন্দ্ৰিয়গণ, মন, বুদ্ধি আৰু আত্মা, এই পঞ্চ বিধৰে ভিতৰুৱা।

২। মানৱ সভ্যতাৰ শ্ৰীবৃদ্ধি কৰিবলৈ ই কেনেকৈ পাৰ্গতালি দেখুৱাইছে ?

**সঙ্কেত**—কৌশলৰ বলতে মানুহে নেদেখা ঠাই দেখিছে, নুশুনা কথা শুনিছে, অসাধ্য সাধন কৰি কৃতাৰ্থ বোধ কৰিছে।

৩। মানুহ জাতি ইতৰ প্ৰাণীৰ পৰা আঁতৰি অহাৰ কাৰণ কেনে ?

**সঙ্কেত**—ইতৰ জন্তুৰ বুদ্ধি সীমাৱান, সেই দেখি সিহঁতে অনাদি কালৰে পৰা একেদৰে বাহ সাজি পোৱালী জগাই আহিছে। ঘৰ সাজি লব নাজানি ৰ'দ বৰষুণত কষ্ট পাইছে, কেঁচা আহাৰ খাই দিন কটাইছে, জাৰ-জহৰ আক্ৰমণত যাতনা ভোগ কৰিছে। কিন্তু মানুহে বুদ্ধিৰ ক্ৰমবিকাশৰ লগে লগে থকা, খোৱা, শোৱা, পিন্ধা সকলো অৱস্থাতে সুখে স্বকলমে জীৱন যাপন কৰিছে।

৪। মনোৰাজ্যত কৌশলৰ পটন্তৰ ২।১টি দিয়া।

**সঙ্কেত**—লক্ষ কোটি যোজনৰ গ্ৰহ নক্ষত্ৰ ওচৰ চপাইছে, বীজ গণিতৰ সহায়ত অঙ্ক শাস্ত্ৰৰ সুফল লাভ কৰিছে।

হাঙ্গেৰীৰ ছাত্ৰ জোচেফ প্ৰিৱিলে বিজ্ঞানৰ বলত মানুহ অদৃশ্য হব পৰা যন্ত্ৰ উলিয়াইছে।

৫। হিতে বিপৰীত ঘটোৱাও যে কৌশলৰে কাম ইয়াৰ এটি দৃষ্টান্ত দিয়া।

**সঙ্কেত**—টাইটানিক জাহাজৰ আৰোহী সকলোৰে আয়ুস টুটিছিল

বুলি কোৱাটান। মহাসমৰৰ লক্ষ লক্ষ প্ৰজাৰ জীৱনী জৰী গছ এনে সময়তে পৰমেশ্বৰে নাই টনা বুলিহে কবৰ মন যায়।

৬। আধ্যাত্মিক জগতত সাধিত হোৱা ২।১টা পটন্তৰ দিয়া।

**সঙ্কেত**—(ক) শ্ৰীশঙ্কৰদেৱে মহাৰাজ নৰনাৰায়ণৰ পৰীক্ষাত পাচ হবলৈ একে ৰাতিৰ ভিতৰতে গুনমালা পুথি খানি ৰচনা কৰি "ভুৰুকাত হাতী ভৰাই" সভাক মোহিত আৰু স্তম্ভিত কৰিছিল।

(খ) কৈৱৰ্ত্ত-কন্যা শান্তিৰ দ্বাৰা মাছ মৰা পলৰে পানী অনাই "শান্তি জান" সৃষ্টি কৰিছিল।

(গ) মহাপুৰুষ শ্ৰীশঙ্কৰ দেৱ এখন গাৱঁলৈ বাওঁতে নৈকানৰ বনৰীয়া মঁহ এটাক "ভকত সকলে ভয় কৰিছে, তুমি তাতে অলপ সময় ৰোৱাঁ" কথাষাৰীয়েই নৈৰ পলাসতে বনৰীয়া মঁহ লগাই মাৰিব পাৰিছিল।

৭। ইতৰ জন্তুৰ জীৱনত ফুটি ওলোৱা কৌশলৰ আভাস দিয়া।

**সঙ্কেত**—(ক) এজনী কাউৰীয়ে পিয়াহত আতুৰ হৈ মাটি কলহৰ তলিত থকা পানী শিলগুটি পেলাই ওপৰলৈ তুলি, ঠোঁটেৰে চুকি পোৱা কৰিলৈ পানী পি পিপাসা দূৰ কৰিছিল।

(খ) সুৱদী কুলিয়ে কাউৰীৰ বাহত কনী পাৰি উমনিৰ কষ্ট ভোগ নকৰা কৈয়ে বংশ বৃদ্ধি কৰে।

(গ) বান বাৰিষা পৰুৱাই লাড়ু বান্ধি সোঁতত ওপঙ্গিগৈ আত্ম-ৰক্ষা কৰা দেখা যায়।

(ঘ) মৌমাখিৰ কৰ্ম্ম প্ৰণালীও লেখত লবলগীয়া।

(ঙ) টোকোৰা চৰাইৰ বাহসজা, কাছই কনী পৰা আৰু বান্দৰৰ চুৰ কৰা প্ৰনালীয়ে মানুহৰ মনত আচৰিত বোধ জন্মায়

সমাধান আক্ষেপ—

বিজ্ঞানৰ বলত জগতৰ উপকাৰ যেনেকৈ হোৱা দেখা যায়, অপকাৰো হৈছে তেনেকৈ, গতিকে অপকাৰিতাৰ নিবাকৰণৰ উপায় উলিৱাও মানুহৰ অৱশ্য কৰ্ত্তব্য।

কৌশলৰ উন্নতিৰ অৰ্থে বিদেশত শিক্ষা নকৰিলে অচীৰে সমাজ উন্নত নহয়, সুখৰ বিষয় আমাৰ সমাজ পৰিচালক সকলে এই কাম হাতত লৈছে। আমাৰ যুৱক সকলেও দেশৰ উন্নতি সাধনত যত্নপৰ হওক, দেশ বিদেশলৈ যাবলৈ ভয় নকৰক, নানা দেশৰ নানা তৰহৰ শিক্ষাৰে শিক্ষিত হৈ মাতৃ-ভূমিক সভ্য, জ্ঞানী, ধনী মানী কৰি মৰতকে স্বৰগত পৰিণত কৰক, এয়ে আমাৰ সজ ইচ্ছা, ভগৱন্তৰ ওচৰত অহৰ্নিশে খাটনি।

---

# এলাহ

**সংক্ষিপ্ত সাৰ**—সজ আৰু অসজ বৃত্তিসমূহৰ সমাবেশেই মানৱ জীৱন গঠিত। যাৰ জীৱনত সজবৃত্তিৰ পৰিমান বেছি তেৱেঁই সজলোক, অসজ বৃত্তিৰ পৰিমান বেছি হলেই অসজ বুলি গণ্য হয়।

জগত শিক্ষাৰ স্থল, সজ অসজ দুয়ো বিধ বৃত্তিয়েই মানুহৰ জন্মগত। মাত্র যি সজসঙ্গৰ গুণত সজগুণৰ উৎকৰ্ষ সাধিব পাৰে তেৱেঁই সংসাৰী সুখ সকলো খিনিৰে ভাগী হয়, তেৱেঁই জগতৰ আদৰ্শ জীৱন হৈ মানৱ জন্ম সাৰ্থক কৰে, যি জনে তাকে কৰিব নোৱাৰে, তেওঁ সংসাৰৰ ধামখুমীয়াত পৰি জলাকলা হয়, সংসাৰৰ গলগ্রহ হৈ নৰকগামী হয়।

দয়া, ক্ষমা, দান, ধৈৰ্য্য, সাহ, পৰোপকাৰিতা আদি সজ বৃত্তিৰ দৰে কাম, ক্রোধ, লোভ, মোহ, এলাহ আদি অসজ বৃত্তিবোৰক সজ পথে পৰিচালিত কৰিব পাৰিলে উপকাৰো পোৱা যায়।

এলাহ উন্নতিৰ অন্তৰায়, ইয়াৰ কবলত পৰিয়েই আজি মানুহে জীয়াতু ভোগ কৰিছে। ঈশ্বৰৰ ইচ্ছাক অৱজ্ঞা কৰি চিন্তামনি জন্ম বিফল কৰিছে, গতিকে উদ্গতিকামী সকলে চিত্তবৃত্তি বিলাকৰ ধৰ্ম্ম বুজিলৈ সজব্যৱহাৰ কৰা একান্ত কৰ্ত্তব্য।

**শোথৰুগীয়া**—অলপ দুখতে যি উস্ আস্ কৰে।

**দৈৱিক**—দেৱ+ষ্ণিক, দেৱতা সদৃশ, কপাল গুণীয়া।

**স্বাস্থ্যবান**—স্বাস্থ্য+ৱান, নিৰুজ, ৰোগশূন্য।

**স্বোপাৰ্জ্জিত**—স্ব+উপাৰ্জ্জিত, জানি বা নাজানি নিজে ঘটি লোৱা।

**কৰ্ত্তব্য বোধ**—"কৰিবই লাগিব" এই জ্ঞানথকা :আৰু প্ৰাণপণে তাক কৰি যোৱা।

**পাৰিত পক্ষে**—পৰাখিনিত, সাধ্যমতে।

**প্ৰশ্ৰয়**—সহায়, আশ্ৰয়, সুবিধা।

**অৱসাদ**—এলাহ, ভাগৰ।

**একাগ্ৰতা**—এক+অগ্ৰ+তা, অন্য আলজাল এৰি একমনে ধৰা।

**জইন মৰা**—মূল উছেদ কৰা, বীজ ধ্বংশ কৰা, (ইংৰাজী যোৰা লগোৱা)।

**উপসৰ্গ**—প্ৰ, পৰা, অপ, সম আদি ২০টা শব্দ। লগৰীয়া বেমাৰ, ৰোগৰ পোখা।

**প্ৰতিকূল**—বিপক্ষে, অহিতে চলা।

**আত্ম গোপন**—নিজক লুকাই ৰখা, ঈশ্বৰক অবিশ্বাস কৰা। নিজৰ স্বভাৱ লুকাই থৈ অন্য এটা দেখুৱা, বহুৰূপী, ভাৱৰীয়া।

**সাময়িক**—সময়+ষ্ণিক, সময়ৰ।

**উত্তেজনাত**—মনৰ বেগত, প্ৰবৃত্তিৰ তাৰনীত।

**ভয়াবহ**—ভয়+আবহ, ভয় লগা।

**সবংশে**—অব্যয়ীভাৱ সমাস। বংশ-সহ, পো-পোৱালী-নাতী-পুতীয়ে সৈতে।

**সোঁ-শৰীৰে**—মানুহৰ আকাৰেই, নমৰাকৈ।

**সৰ্ব্বস্বান্ত**—সৰ্ববস্ব+অন্ত, সকলো সম্পদ নষ্ট, বংশ ধ্বংস।

**অৰ্থ-নাশ**—ধনব্যয়, টকা খৰচ।

**মনস্তাপ**—দুখ বেজাৰ, পৰিণাম।

**অনুতাপ**—কুকামৰ শেষফল।

আস্থা—শ্ৰদ্ধা, বিশ্বাস।

পৰাভৱ—হাৰমনা, বিফল হোৱা।

## কঠিন আৰু প্ৰধান বাক্যৰ অৰ্থ—

**১। শোথ ৰুগীয়াৰ এলাহ দৈনিক ব্যাধি।**

**অৰ্থ**—যাৰ গাৰ পৰা সৰু-সুৰা হলেও ৰোগ নুগুচেই, সি সদায় এলাহতে কাল কটায়, কোনো দিনে উলাহেৰে কামত ধৰিব নোৱাৰে।

**২। এলাহ সঞ্চি গ্ৰহণীৰ দৰে।**

**অৰ্থ**—সঞ্চিত গ্ৰহণী ৰোগীয়ে যেনেকৈ মাজে সময়ে পেটৰ অসুখত ভোগে, সুলা হ-গুৰা হয়, এলেহুৱা মানুহেও সেইদৰে কামৰ কল-ছেগ হেৰুৱাই অৰ্থ নাশ, মনস্তাপ তদুপৰি অনুতাপ অনলত পুৰিদেই মৰে।

**৩। শিয়ালৰ গাঁতত……মৰাই ভাল।** (৪৬ পৃঃ ১ম দফা)

**অৰ্থ**—বাঘ শিয়ালতকৈ উত্তম, সাহ, বল বুদ্ধি সকলোতে শ্ৰেষ্ঠ, এনেস্থলত কেতিয়া বিপদত পৰি বাঘে শিয়ালৰ আশ্ৰয় লবলৈ গলে, বাঘৰ সমস্ত জীৱন কলঙ্কময় হ'ব; গতিকে অসৎ লোকৰ দানো গ্ৰহণ কৰা উচিত নহয়।

**৪। এলাহত কৰ্ম্মনাশ হয়।**

**অৰ্থ**—এলাহত পৰিয়েই ৰৰিম ৰৰিম কৰি সহজ কামো পাছলৈ পেলাই থলে, নকৰাকৈয়ে সময় উকলি যায়।

ৰাৱণে স্বৰ্গলৈ যাবলৈ বাট এটা বন্ধাৰ কথা ভাবি থওঁতেই ৰামৰ শৰত পৰি প্ৰাণ এৰিলে, মনৰ হাবিয়াস মনতে ৰল, বহুজনৰ উপকাৰ সাধিত ন'হল, ৰাবণৰ লগত গ'ল "হায় হায়" !!

৫। এলেহুৱাই........নকৰে। (৪৮ পৃঃ ১ম দঃ)

**অৰ্থ**—এলেহুৱা মানুহে নিজক আত্মবঞ্চনা কৰোঁতে কৰোঁতে এনেদৰে নৈতিক অৱনতি ঘটে যে, নামঘৰ আদি ধৰ্ম্ম মন্দিৰতো ঈশ্বৰৰ নাম যে নলয়েই লোকে লোৱাও কানপাতি শুনিবলৈকে টান পায়, পাৰিলে উঠিয়েই যাব, নোৱাৰিলে টোপনিয়াই থাকিব, নামলোৱা সকলোকে দোষাৰোপ কৰিহে তত্ পাব।

## চমু টোকা সঙ্কেত আদি

১। স্বাস্থ্যৱান লোককো এলাহে ধৰে কিয় ?

**সঙ্কেত**—সেইটি নিজে উপাৰ্জ্জন কৰি লোৱা কু-অভ্যাসৰ ফল বুলিয়েই গ্ৰন্থকৰ্ত্তাই নিৰ্দ্দেশ কৰিছে।

২। কৰ্ত্তব্য সাধিবৰ সময়ত একাগ্ৰতাৰ আৱশ্যক কিয় ?

**সঙ্কেত**—গ্ৰন্থপ্ৰণেতাই দেখুৱাইছে যে, কৰ্ত্তব্যকৰ্ম্ম থাউতিৰে নকৰিলে এলাহে লগ ধৰেহি, এলাহৰ কাম ছ-মাহ, গতিকে কাম শেষ নৌ হওঁতেই হেঁপ উকলি যায়।

১। প্ৰতিকূল......হয়। (৪৫ পৃঃ ৩য় দফা)

**সঙ্কেত**—আমি যোৱ সোৰোপা হৈ কাম বনৰপৰা আঁতৰি থাকোঁ যদিও, এলাহত পৰি সামান্য দুই এটা কাম কৰিব নোৱাৰিলেও এদিন আমাক এলাহে সম্পূৰ্ণ ভলতীয়া কৰি অকামিলা কৰিব বুলি ভাবি লব লাগে।

৪। এলাহত কৰ্ম্ম নাশ হয় কেনেকৈ ?

**সঙ্কেত**—বাৰণে স্বৰ্গ লৈ যোৱা বাট এটা তৈয়াৰ কৰিম কৰিম বুলি থাকোঁতেই, এদিন ৰামৰ হাতত প্ৰাণ এৰিলে, বাট বন্ধা নহ'ল, আমি কাম পাছলৈ পেলাই থ'ব নালাগে, শীঘ্ৰে সমাধা কৰাই ভাল।

৫। এলেহুৱা মানুহৰ······ভাৱ। (৪৮ পৃঃ শেঃ দঃ)

**সঙ্কেত**—এলাহে মানুহক গাই দুখপোৱা কামতে যে দেখা দিয়ে, এনে নহয়, মনে দুখ পোৱা আৰু ঈশ্বৰ সম্বন্ধীয় কামতো আওকনীয়া কৰে, মোটতে এলাহেই কৰ্মীজীৱন অকৰ্ম্ণ্য কৰি জন্ম বিফল কৰে।

**আক্ষেপ সমাধান**—জগতৰ উন্নত জাতিৰ লোকে উন্নতি কৰা দেখিলে, অন্য দেশৰ মানুহে আমাৰ দেশত যেনেকৈ কাম কৰি ধনে ধানে মহাসুখী হৈছে, আমি তেওঁলোকৰ হাত মুখলৈ চাইছোঁ, ইত্যাদি কথাই প্ৰকাশ কৰে যে, অসমীয়া মানুহ এলেহুৱা, কাম কৰিবলৈ "সময় নাই" বুলি কয় অথচ জগতৰ সকলোলৈকে সেই সমান সময় ২৪ ঘণ্টা। কোনোৱে উত্তৰ দিয়ে "গা ভাল নাই" এয়ো সোৰোপালিৰে ফল, মনবেয়া, গা বেয়া, কবৰ কথামাত্ৰ।

আজি আমি স্বাধীন, কাম কৰিবৰ উপযুক্ত সময়, গতিকে সকলোৱে এলাহ-নিহালি কাটি কৰি থৈ ঘপৰাই উঠি, দেশ নেতাসকলে বঁটাই দিয়া কাম কৰি যোৱা উচিত।

চকুৰ আগতে ভাত ডাইনী আৰু কাপোৰ ডাইনীয়ে কেনে বিকট হাঁহি মাৰি গিলিবলৈ মুখ মেলিছে, আহক সকলোৱে উলাহ তৰোৱাল হাতত লৈ ৰাক্ষাসীদ্বয়ক বধ কৰি মাতৃ-ভূমিক ৰক্ষা কৰোহঁক।

---

# প্ৰতিজ্ঞা

**সংক্ষিপ্তসাৰ**—প্ৰতিজ্ঞা পৰিবৰ্ত্তনৰ মাতৃ-স্বৰূপা। ই অসাধ্য সাধন কৰে, টান কাম উজু কৰে, দুৰ্ব্বলক বল দিয়ে, নিৰাশ্ৰয়ৰ আশ্ৰয় হয়, ইয়াৰ কোলাত বহি মৰততে স্বৰ্গ সুখ লাভ কৰিব পাৰি।

অৱশ্যে সময় আৰু অৱস্থা বুজি ইয়াক প্ৰয়োগ কৰিব জানিব লাগিব, নতুবা ই স্বৰ্গকো নৰকত পৰিণত কৰিব পাৰে। বুৰঞ্জীত এই দুইটাৰ উদাহৰণ সোনালী আখৰেৰ জিলিকি আছে।

## কঠিন বাক্যৰ সৰলাৰ্থ—

**ক্ষেত্ৰতত্ত্বতো**—জ্যামিতিতো, জোখ পৰিমাণত।

**প্ৰতিজ্ঞাবদ্ধ**—প্ৰতিজ্ঞা + আৱদ্ধ ; কৰিম বোলা, মনবন্ধা।

**চাই চিন্তি**—অনুৰূপ ধাতু।

**মোহান্ধ**—মোহ + অন্ধ ; মৰম এৰাব নোৱাৰা, মায়াত আশক্ত।

**দশৰথ**—দশদিকে যি ৰথ চলাব পাৰে, অযোধ্যাৰ ৰজা।

**প্ৰজাৰঞ্জক**—প্ৰজাক সুখ দিয়া।

**অন্তৰ্দ্দাহত**—অন্তৰৰ জুইত, শোকত।

**অবিবাহিত**—ন + বিবাহিত, বিয়া নকৰোৱা, ডঙুৱা, চিৰকুমাৰ।

**নিষ্কণ্টক**—নিঃ + কণ্টক, কাঁইট নথকা, বিঘিনি শূন্য।

**কিন্নৰ**—কুবেৰৰ ভকত, গায়ন, স্বৰ্গৰ বাদ্য বজোৱা লোক।

**ভয়াবহ**—ভয়লগা, অতি কঠোৰ, পালিব নোৱাৰা।

**শান্তনু**—ভীষ্মৰ পিতৃয়েক, কুৰুকুলৰ ৰজা।

**শৰ-শয্যা**—শৰেৰেই শয্যা, ভীষ্মৰ শোৱা শয্যা, অৰ্জ্জুনৰ শৰ ভীষ্মৰ গাত লাগি হালি গৈছিল।

**দ্ৰৌপদী**—দ্ৰুপদ+ষ্ণিঃ ; দ্ৰুপদ ৰজাৰ জীয়েক, পঞ্চপাণ্ডৱৰ উমৈহতীয়া ভাৰ্য্যা।

**কেশাকৰ্ষণ**—কেশ+আকৰ্ষণ ; চুলিত ধৰা।

**তেজমুৱে**—তেজ দেখিলে মূৰ ঘূৰুৱা ৰোগ।

**বিচলিত**—লৰচৰ, কথা এৰা।

**অজ্ঞাতবাস**—কোনেও চিনি নোপোৱাকৈ থকা, ছদ্মবেশ কৰি থকা।

**তপস্যা ক্লিষ্টা**—তপস্যাত আকুলা, একান্ত মনে তপস্যা কৰা উমা।

**অৱশ্যম্ভাবী**—নিঃসন্দেহ, সন্দেহ নথকা।

**অপমৃত্যুৰ**—অকাল মৃত্যুৰ, ডেকা কালত মৰাৰ।

**যম**—অট+যম্, প্ৰাণী নিয়া কিঙ্কৰ আছে যাৰ, শমন।

**সূপকাৰৰ**—ৰান্ধনিৰ, চাংমাইৰ।

**প্ৰতিশ্ৰুতি**—কথা বন্ধা, বন্দোবস্ত।

**আনুগত্য**—অনুগতত্তা, তলতীয়া স্বীকাৰ।

**অগ্নি**—অগ্ৰ+নি ; যাৰ আগ আছে, যি আগ বাঢ়ি যায়।

**দাম্পত্য**—জায়া+পতি—দম্পতি, দম্পতি+ষ্ণ্য—গিৰীয়েক ঘৈনীয়েকৰ সম্বন্ধীয়, গৃহবাসৰ।

**স্ত্ৰী**—স্তু+ৰ—যি স্বামীৰ স্তুর কৰে।

১। **ক্ষেত্ৰতত্ত্বতো......বিষয়।** (৪৯ পৃঃ ১ম দঃ)

**অৰ্থ**—জ্যামিতিতো প্ৰতিজ্ঞা সম্পাদন কৰিব লাগে বুলি কোৱা হৈছে।

২। দুৰ্ব্বল মুহূৰ্ত্তৰ……টান। (৫০ পৃঃ ২য় দঃ)

অৰ্থ—যেতিয়া মানুহৰ মনৰ গতি থিৰ নাথাকে, অসুখ বিসুখ থাকিব পাৰে, সেই সময়ত প্ৰতিজ্ঞা ৰক্ষা কৰা নহয়। সেই বাবেই ৰচিদ-পত্ৰত "সুস্থ শৰীৰে স্ব ইচ্ছাই" ইত্যাদি কথা লিখা অভ্যাস।

৩। চৰিত্ৰ বলত……বেছি। (৫১ পৃঃ ১ম দফা)

অৰ্থ—সজ চৰিত্ৰৰ মানুহে প্ৰতিজ্ঞা পালন কৰা দেখিলে আচৰিত হব লাগে। এলাপেচা মানুহে তেনেদৰে প্ৰতিজ্ঞা পালন কৰা অসম্ভৱ।

৪। গাঁৰ মঙহত……বেছি। (৫১ পৃঃ ২য় দফা)

অৰ্থ—চেক্সপিয়েৰৰ "ভেনীচৰ সাউদ" নাটকৰ বন্ধুৰ হৈ সাউদ জনে নিজৰ কথা ৰাখিবলৈ গৈ য়ীহুদী ধনীজনক ধন পৰিশোধ কৰিব নোৱাৰি গাৰ মঙহকে কাটি দিয়াৰ কথা পোৱা যায়।

৫। প্ৰাণান্তেও গিৰীহঁতৰ কথা নকওঁ।"

অৰ্থ—লৰা ৰজাৰ অত্যাচাৰত পলাই যোৱা গদাপানি কোঁৱৰৰ সন্ধান লবলৈ জয়মতীক আদালতত হাজিৰ কৰি সুধিছিল, "গিৰীয়েৰ কলৈ গ'ল ক" জয়মতীয়ে ৰজাক এই দৰে উত্তৰ দিছিল।

৬। ৰাজপাটত উঠিলেও ৰজা নহয়।

অৰ্থ—এজন ৰজা ভগাৰ পাছত আন এজনক লৰালৰিকৈ আসনত বহুৱাই লয়, কিন্তু কিছুমান কথাত প্ৰতিজ্ঞাবদ্ধ নহয় মানে তেওঁ ৰাজকাৰ্য্য চলোৱাৰ সম্পূৰ্ণ ক্ষমতা নাপায়।

৭। দাম্পত্য জীৱনৰ মূলতে এই প্ৰতিজ্ঞা।

অৰ্থ—হিন্দুৰ বিবাহ অগ্নিসাক্ষী কৰি প্ৰতিজ্ঞা কৰা, মুচলমানৰ ৰাজীনামা লিখি নিকাহ কৰা, খ্ৰীষ্টানৰ গীৰ্জ্জাঘৰত বাইবেল চুই শপট খাই গৃহবাস আৰম্ভ কৰে।

৫—

৮। কিছুমান কথাত......মন্ত্র দিয়ে। (৫২ পৃঃ ২য় দঃ)

অর্থ—গুৰুৰ ওচৰত ধৰ্ম্মলোৱাৰ আগতে শৰণ দিয়ে অৰ্থাৎ গুৰুৱে কিছুমান কাম কৰিম আৰু কিছুমান নকৰিম বুলি শপত খাবলৈ দিয়ে, পাছতহে দীক্ষা মন্ত্ৰাদি দিয়ে।

## চমু টোকা সঙ্কেত আদি

১। ৰাম বনবাস কাহিনী চুটিকৈ বৰ্ণনা কৰা।

**সঙ্কেত**—দেৱাসুৰৰ যুদ্ধত দশৰথ ঘাইল হৈছিল, ৰজাৰ লাগী ভাৰ্য্যা কৈকেয়ীৰ যত্নত আৰোগ্য হয়, তেতিয়া ৰজাই ৰাণীক এক বৰ লবলৈ কয়, ৰজাই যেতিয়াই তেতিয়াই দিম বুলি প্ৰতিজ্ঞা কৰে। আকৌ এবাৰ ৰজাৰ মূলাধাৰতে এটা বিহফোঁহৰা হৈছিল, এইবাৰো ৰাণীয়ে বহুত যত্ন কৰি ৰজাক আৰাম কৰিলে, এইবাৰো এক বৰ দিবলৈ প্ৰতিজ্ঞা কৰিলে।

যেতিয়া ৰামক ৰজা পাতিবৰ সময় হল, তেতিয়া কৈকেয়ীৰাণীয়ে এই দুইটা বৰ ৰজাক খুজিলে, আৰু কলে এক বৰেৰে ৰামক ১৪ চৌদ্ধ বছৰ বনবাস দিব লাগে, আনটো বৰেৰে ভৰতক ৰজা পাতিব লাগে। ৰজাই পূৰ্ব্বে কৰি থোৱা প্ৰতিজ্ঞামতে অনিচ্ছাতো বৰ দিবলৈ বাধ্য হল, সেইহে ৰাম বনলৈ গল, সীতা হৰণ হল, ৰাৱণ মৰা পৰিল।

২। জয়মতীৰ শাস্তিৰ কাৰণ চমুৱাই কোৱা।

**সঙ্কেত**—আহোম ৰাজত্বত মন্ত্ৰীমণ্ডলৰ ভিতৰত একসময়ত বৰ অৰিয়াঅৰি চলে। ফলত শাসনবান্ধ শিথিল হৈ পৰে, আনকি ৰাজ্যত উপযুক্ত কোঁৱৰৰ মূৰ পৰ্য্যন্ত মাৰিবলৈ চক্ৰান্ত চলিল। সেই চক্ৰান্তই

বাহুবলী গদাপানিকো চুব লগা হোৱাত তেওঁ ৰাজ্যৰ মঙ্গল চিন্তাকৰি পৰ্ব্বতলৈ পলাই গ'ল।

ৰজাঘৰে তেওঁৰ ভাৰ্য্যা জয়মতীক ধৰাই আনি গদাপানিৰ অনুসন্ধান কৰিলে। সতী জয়াই গিৰীয়েকৰ সন্ধান নকওঁ বুলিয়েই নকলে, ফলত ৰজাই তেওঁক জেৰেঙ্গা পথাৰত ১৫।১৬ দিন বান্ধি শাস্তিকৰি মাৰিলে।

জয়মতীৰ এই প্ৰতিজ্ঞাই আহোম ৰাজত্ব আকৌ কটকটীয়া কৰিলে, ৰাজ্যত শান্তি থাপিলে, চন্দ্ৰদিবাকৰে আহোম বংশৰ গৌৰৱ ৰক্ষা কৰিলে।

৩। ত্ৰিপদ ভূমি দানৰ কথা চমুকৈ বৰ্ণনা কৰা।

**সঙ্কেত**—কাশ্যপ মুনিৰ ঔৰষত দিতীৰ গৰ্ভত জন্ম হোৱা হিৰণ্যাক্ষক বিষ্ণুৱে বৰাহ ৰূপ ধৰি আৰু ককায়েক হিৰণ্যকশিপুক নৰসিংহ ৰূপ ধৰি বধ কৰে। হিৰণ্যৰ পুত্ৰ প্ৰহ্লাদ ৰজাই কিছুদিন ৰাজত্ব কৰি বিৰোচনক ৰাজ্যভাৰ গটাই দিয়ে, তেওঁৰ পাছত বলি ৰজা হৈ দান কাৰ্য্যত বিখ্যাত হৈ উঠে। বলিৰ যজ্ঞ-দানৰ ৰশ্মিয়ে দেৱতাসকলৰ চকুত ঈৰ্ষাভাৱ আনিলে, গতিকে সকলোৰে ইচ্ছা ক্ৰমে অদিতীৰ গৰ্ভত জন্মলৈ বিষ্ণুৱে বামন ৰূপ ধৰি বলিৰ ওচৰত দান লবলৈ আহিল। বামনৰ ইচ্ছাক্ৰমে বলিয়ে তিনিপদ ভূমি তিলকুশলৈ দান দিলে। বামনে একপদ স্বৰ্গত, আনপদ মৰ্ত্ত্যত বাকীপদৰ বাবে ঠাই নোহোৱাত বলিয়ে নিজৰ মূৰ পাতি দিছিল, বলিৰ দানত ভগৱন্ত পৰম সন্তুষ্ট হৈ তেওঁক পাতালপুৰত ঠাই দিলে।

৪। নৃপকাৰৰ কামেও পাণ্ডৱ সকলক বিচলিত কৰিব নোৱাৰিলে কিয় ?

**সঙ্কেত**—পাণ্ডৱসকলে কৌৰৱৰ লগত পাশা খেলোঁতে প্ৰতিজ্ঞা কৰিছিল যে, হাৰিলে ৰাজ্য ধন সকলো দিয়ো, বাৰ বছৰ বনবাস খাটিম আৰু এবছৰ অজ্ঞাত বাস খাটিম, এই প্ৰতিজ্ঞা ৰক্ষা কৰিবলৈ গৈহে বিৰাটৰ নগৰত ইমান কষ্ট খাবলৈ বাধ্য হৈছিল।

৫। হৰক উমাই বৰ লাভ কৰাৰ কথা।

**সঙ্কেত**—হিমালয়ৰ কন্যা পাৰ্ব্বতীয়ে সদাশিৱক স্বামী পাবলৈ বহুত কষ্টেৰে তপস্যা কৰিছিল, শেষত শিৱই উমাক বিয়া কৰাই বৰ মিলা প্ৰীতিৰে দিন নিয়াইছিল।

৬। ভীষ্মৰ শৰ শয্যাৰ চমু বিবৰণ দিয়া।

**সঙ্কেত**—শান্তনু ৰজাই গঙ্গাক বিয়া কৰাইছিল, ভীষ্ম জন্ম হোৱাৰ পাছতে গঙ্গা ঢুকাই থাকিল, শান্তনুৱে সত্যৱতীক বিয়া কৰাব খোজে, কিন্তু সত্যৱতীৰ বাপেকে ভীষ্ম থকা বাবে ছোৱালী নিদিয়া হ'ল। তেতিয়া ভীষ্মই প্ৰতিজ্ঞা কৰিলে যে, "মই ৰজা নহওঁ, আৰু বিয়া নকৰাওঁ" ভীষ্মই এই প্ৰতিজ্ঞা অচল অটল কৰিছিল। সেইবাবে বাপেকে ইচ্ছামতে মৰিবলৈ বৰ দিলে। কুৰু পাণ্ডৱৰ যুদ্ধত এওঁ কৌৰৱৰ প্ৰধান সেনাপতি হৈ ১০ দিন যুদ্ধ কৰে, শেষত নিজ ইচ্ছাতে অসংখ্যাত শৰ-গাত সুমাই লৈ ছমাহ শৰৰ ওপৰতে শুই আছিল, শেষত ইচ্ছামতে মৃত্যু হয়।

**৭। ৰাজ কোষৰ……হব পাৰে।** (৪৯ পৃঃ ১ম দফা)

সঙ্কেত—টকীয়াৰ পৰা হেজাৰ টকালৈকে :নোটবোৰত আৰু কোং কাগজত ইমান টকা দিম বুলি প্ৰতিজ্ঞা কৰা থাকে, হুণ্ডি প্ৰতিজ্ঞা কৰা থকা কাগজত বাজে আন একো নহয়। প্ৰমিচৰী নোট শব্দৰ অসমীয়া অৰ্থ প্ৰতিজ্ঞা কৰা কাগজেই।

**সমাধান আক্ষেপ**—আজি কালিও 'উচ্চপদৰ ৰাজবিষয়া সকলে "শপট গ্ৰহণ" কৰা কথা সকলোৱে জানে, নোট আদিও চলা দেখা যায়, কিন্তু "বোলা বাক্য নেৰিবা" কথাষাৰৰ মূল্য হলে সাধাৰণৰ মাজত কমি অহা দেখা দেখা গৈছে।

আগৰ কালত আমাৰ সমাজত প্ৰতিজ্ঞাৰ মূল্য যথেষ্ট আছিল, একেপাট কাড়েৰে কেৰ্কেটুৱাটো মৰা বাবেই এটা সাধাৰণ মানুহৰ, মানগৌৰৱৰ নাম নোহোৱা, বিদ্যাজ্ঞানৰ পৰিচয় নথকা লৰায়ো ৰজাৰ ছোৱালী সাধনীক দিয়া কৰাইছিল। আজি কিন্তু এনে উদাহৰণৰ নাম কৰলৈকে নোহোৱা হৈছে, আকৌ প্ৰতিজ্ঞাৰ মূল্য বাৰিবনে নাই কোৱা টান।

---

## সংশয়

**সংক্ষিপ্ত সাৰ**—এলাহ পাঠত উল্লেখ কৰা মনোবৃত্তি বিলাকৰ ভিতৰৰে সংশয় এটা দুষ্ট প্ৰবৃত্তি। ই মানৱ মনৰ মাৰাত্মক ব্যাধি, দেহত দেখা দিয়া ৰোগৰ প্ৰতিকাৰ আছে, কিন্তু মনত উদয় হোৱা ৰোগৰ প্ৰতিকাৰ অসম্ভৱ। সেইহে শাস্ত্ৰই কৈছে সংশয় জীৱনৰ কৰ্ম্ম নাশা। সংশয়াত্মক আত্মাৰো বিনাশ ঘটে।

দেহ মন বা চৰিত্ৰৰ দুৰ্ব্বলতাই সংশয়ৰ জননী। চৰিত্ৰহীন মানুহে নিজক যে নষ্ট কৰেই পৰিয়ালকো সুখেৰে থাকিবলৈ নিদিয়ে।

সংশয়হীন মানুহে নিজক যে সংসাৰ ধুমুহাত অচল অটল ভাবে ৰাখেই, সমাজ আনকি জগতকে নতুত একোটা পোহৰ দিব পাৰে। গতিকে এনে পৰমোপকাৰী মনোবৃত্তিৰ উৎকৰ্ষ সাধন কৰি—মাতৃভূমিৰ-মুখ উজ্জ্বল কৰিবলৈ তৰুন দলক সানুনয়ে প্ৰাৰ্থনা জনাওঁ।

**আত্মা**—প্ৰাণীৰ দেহাত লুকাই থকা চৈতন্য শক্তি ; পুৰুষ, আত্মা।

**টোকা**—মাটি, পানী, বায়ু, জুই আৰু আকাশ এই পঞ্চভূতৰ লগলাগি দেহা গঠিত। তাতে পৰম ব্ৰহ্মৰ আত্মাৰ প্ৰতিবিম্ব প্ৰতিভাত হৈ প্ৰাণীক সচেতন কৰিছে।

**দুষ্ট-পিত্ত**—তেজ বমি কৰা বেমাৰ।

**টোকা**—খোৱা বস্তু জিন নিয়াবৰ কাৰণে মানুহৰ 'পেটত কিছুমান হালধীয়া পানী থাকে, যেতিয়া সেই পানীৰ পৰিমান বেছি হয়, তেতিয়া

অপকাৰ কৰে, কামোৰনি, পেট উখহা, অম্লউগাৰ আদিৰ বিকাৰে দেখা দিয়ে। মাজে মাজে জুলাপ লৈ থকা ভাল।

**কৰ্ম্ম-নাশা**—কুলক্ষণীয়া, কামৰ ফল নিদিয়া।

**দুৰ্দ্দান্ত**—দুঃ+দান্ত ; যাক বলে নোৱাৰি।

**কাল-সৰ্প**—কাল শেষ কৰা সৰ্প, সাপ, যম, শমন, মৃত্যু, অন্তক।

**বিভীষিকা**—মনৰ ভয়, মনৰ বাঘ, সংশয়।

**আত্ম বিশ্বাস**—নিজক নিজে বিশ্বাস কৰা।

**সংশয়াত্মা**—নিজকে নিজে বিশ্বাস নকৰা।

**লৌহ শলখা**—লোহাৰ শালি, ৰদ।

**সূৰ্য্য**—সৃ+ক্যপ ; বেলি, দিনকৰ। দিনমনি, ৰবি, ভানু, ভাস্কৰ, তপন, অৰুন, দিনবন্ধু সূৰ্য্যৰ আন আন নাম।

**পৃথিবী**—পৃথু ৰজাই শাসন কৰা ঠাই। ধৰণী, ধৰা, ধৰিত্ৰী বসুমতী, বসুধা, ক্ষমা, জ্ঞা, বসুন্ধৰা, মেদিনী, সৰ্ব্বংসহা, সৰ্ব্বশষ্যাধা ইত্যাদি পৃথিবীৰে নাম।

**আবিষ্কাৰ**—নতুনকৈ উলিওৱা।

**অটল**—ন+টল ; লৰচৰ নোহোৱা।

**অতল**—ন+তল ; যাৰ তলি নাপায়।

**হেংদান**—বলিকটা দা, দীঘলদা।

**দিগ্বিজয়ী**—দিক্+বিজয়ী ; দেশ জয় কৰোঁতা।

**তাপ**—সন্তাপ, বেজাৰ, মনোকষ্ট, আদি ব্যাধি, আধিদৈবিক আৰু আধিভৌতিক।

কঠিন বাক্য আৰু অনুচ্ছেদৰ সৰলাৰ্থ—

১। সংশয়যুক্ত আত্মাৰো বিনাশ আছে কয়।

অৰ্থ—সকলো ভূতী জীৱত আত্মা আছে, সেই আত্মাৰ উদ্গতি সাধন কৰাই অৰ্থাৎ পৰমাত্মাৰ লগত জীৱাত্মাৰ সংযোগ কৰাই মনৰ চৰম উগ্দতি। সেই সেই আত্মাৰ উদগতি সাধিবলৈ আত্ম বিশ্বাসৰ একান্ত প্ৰয়োজন, যি ঈশ্বৰত বিশ্বাস নকৰে, সংশয় ছেদিব নোৱাৰে, যাৰ চিত্ত শুদ্ধি নহয় তেওঁ জন্মান্তৰেও উগ্দতি কৰিব নোৱাৰে বুলি আমাৰ শাস্ত্ৰত বৰ্ণাই থোৱা আছে।

২। সংশয় মনৰ ব্যাধি স্বৰূপ।

অৰ্থ—গ্ৰন্থ প্ৰণেতাই সংশয় ৰিপুক ব্যাধিৰ লগত ৰিজাইছে। ব্যাধিয়ে গাত দেখা দিয়ে, সংশয় মনৰ অনুভৱৰ বিষয়। ব্যাধিয়ে যেনেকৈ শৰীৰ দুৰ্ব্বল কৰে, সংশয়ে তেনেকৈ মানসিক আৰু আধ্যাত্মিক উভয়কে নষ্ট কৰি পশুত্বলৈ নমায়

৩। সংশয় জীৱনৰ কৰ্ম্মনাশা।

অৰ্থ—গ্ৰন্থপ্ৰণেতাই সংশয়ক গুৱাহাটীৰ কৰ্ম্মনাশা পৰ্ব্বতৰ লগত তুলনা কৰিহে। কৰ্ম্মনাশা পৰ্ব্বত দেখিলৈ যেনেকে অন্য তীৰ্থৰ ফল নাশ পায়, সেই দৰে মনত সংশয় থাকিলে যি কোনো সজ কৰ্ম্মতে নধৰক তাৰ ফল নাপায়। "অশুভ মনৰ কৰ্ম্ম বিফল" বাণী সকলোৰে মুখতে শুনা যায়।

৪। চৰিত্ৰ লৰচৰ হলে সংশয়ো পদে পদে।

অৰ্থ—চৰিত্ৰহীন মানুহে কোনো সজ কথাতে বিশ্বাস স্থাপন কৰিব নোৱাৰে। কিয়নো তেঁও নিজকে বিশ্বাস কৰিব নোৱাৰে যি স্থলত আনক বিশ্বাস কৰিব কেনেকৈ ?

৫। সংশয়ে সব্যসাচী……পেলোৱালে (২৬ পৃষ্ঠা ২য় দফা)

**অর্থ**—মহা অভিমানী মহাৰাজ দুৰ্য্যোধনে পাণ্ডৱ সকলক যেতিয়া কুশাগ্ৰ ভূমিও বিনা যুদ্ধে নিদিওঁ বুলি কলে, তেতিয়াই, কুৰুক্ষেত্ৰ যুদ্ধৰ আয়োজন।

কৌৰৱ পক্ষত ভীষ্ম, কৰ্ণ, দ্ৰোন, শল্য আদি মহা মহা বীৰ সকলে অসংখ্য সেনাৰে কুৰুক্ষেত্ৰত উপস্থিত হ'ল, পাণ্ডৱ সকলৰ তাকৰীয়া সেনাকে লৈ অৰ্জ্জুন ৰথত উঠি যুজিবলৈ সাজু হ'ল, কিন্তু যেতিয়াই অৰ্জ্জুনৰ মনত সংশয়ে দেখা দিলে, তেওঁ হাতৰ ধনুশৰ পেলাই দিলে, সখিয়েক শ্ৰীকৃষ্ণক যুদ্ধ নকৰোঁ বুলি কৈ দিলে।

পাছত শ্ৰীকৃষ্ণৰ সাৰুৱা উপদেশত অৰ্জ্জুনৰ মনৰ সংশয় দূৰ হোৱাত হে পুনৰ যুদ্ধ কৰিলে। "কথা শুনিলেহে গুচে মনৰ সংশয়" নীতি বচন শ্ৰীশঙ্কৰ দেৱৰ সাৰুৱা যুক্তি।

## চমু টোকা সঙ্কেত আদি

১। বাঘতকৈ বাঘৰ খোজটোৱেহে বুকু কঁপায় কথাষাৰীৰ এটি পটন্তৰ দিয়া।

**সঙ্কেত**—হাবি এখনত বাঘ আছেনে নাই তাৰ অনুসন্ধান নকৰা কৈয়ে লোকৰ কথাতে বাঘ আছে বুলি সন্দেহ কৰিলে, নিশ্চয় সেই হাবিত সোমাবলৈ ভয় লাগিব।

**পটন্তৰ**—এসময়ত এজনী মাহীমাকে তেওঁৰ সতিনীৰ পো-টিক হিংসা কৰিছিল, সি কিন্তু মাহীয়েকক একান্ত ভক্তি আৰু বিশ্বাস কৰিছিল।

মহীমাকে তাৰ পেটত সাপ এটা সোমাইছে বুলি সন্দেহ জন্মাই দিলে, লৰাটিয়েও সম্পূৰ্ণ বিশ্বাস কৰিলে "হয় মোৰ পেটটো গধূৰ গধূৰ লাগিছে" বুলি, শয্যাগত গৈ পৰিল। যেতিয়া লৰাৰ অৱস্থা বেয়াৰ ফালে গল, ওচৰ চুবুৰীয়াই তাৰ মৃত্যুত ঘৰখন নষ্ট পোৱাৰ যুক্তি দেখুৱালে, তেতিয়া সেই মাহী মাকেই এটা মৰাসাপ তাৰ ওচৰত লৈ তাৰ পেটৰ পৰা ওলাল বুলি সন্দেহ দূৰ কৰিহে লৰাক ৰক্ষা কৰিছে।

২। সংশয় ছেদ কৰিবৰ উপাৰ কি ?

**সঙ্কেত**—কথা শুনিলেহে গুচে মনৰ সংশয়, মহাপুৰুষ শ্ৰীশঙ্কৰ দেৱৰ উপদেশ।

অৰ্জ্জুনৰ সংশয় ছেদ কৰিবলৈ ভগৱান শ্ৰীকৃষ্ণে যি থিনি সাৰুৱা যুক্তি দেখুৱালে সেয়ে গীতা যাৰ উপদেশে জগতৰ নৰ-নাৰীক কৰ্ম্মক্ষেত্ৰ ধৰ্ম্মক্ষেত্ৰত সহায় কৰিছে।

৩। সংশয়ৰ উৎপত্তি ক'ত ?

**সঙ্কেত**—চৰিত্ৰহীন মানুহৰ অন্তৰতে সংশয়ে খোপনি পুতিবলৈ ছল পায়, ভয়ে তাৰ তেজ বঢ়ায়, অসৎ সঙ্গে তাৰ জিলিকনি তোলে। গতিকে "মহন্তৰ মুখে কথা শুনা প্ৰথমত" সাধুৰ সঙ্গত সজ উপদেশ শুনা, সজগ্ৰন্থ অধ্যয়ন কৰা, মিছালৈ সাপৰ সমান ভয় কৰা উচিত।

৪। "পৃথিবী ঘূৰক, মই ঘূৰিব নোৱাৰো"।

**সঙ্কেত**—পৃথিবী ঘূৰে সূৰ্য্য নুঘূৰে, এই কথা প্ৰচাৰ কৰি গেলিলিয়ে নিৰ্য্যাটন ভোগ কৰিছিল, অথচ কিমান মানুহে তেওঁক এই কথা অস্বীকাৰ কৰিবলৈ উপদেশ দিছিল, কিন্তু তেওঁ নিঃসন্দেহে কৈছিল' পৃথিবী ঘূৰক, মই নুঘূৰোঁ।

৫। মহাবীৰ নেপোলিয়ান দিগ্বিজয়ী আছিল।

**সঙ্কেত**—নেপোলিয়ানৰ মনোবল ইমান বেছি আছিল যে, তেওঁ পৃথিবীৰ একছত্রী ৰজা হ'ম বোলা কথাষাৰত অলপো সন্দেহ নহৈছিল।

আগ্রহ থাকিলে উপায় ওলায়। নেপোলিয়ান দেশজয় কৰিবৰ সময়ত সকলো স্থবিধা অনায়াসে পাই গৈছিল।

**আক্ষেপ সমাধান**—জগতত নানা প্রকৃতিৰ মানুহ আছে, আমি জন্মতে যি পবিত্র ভাব পাওঁ, ডাঙৰ হোৱাৰ লগে লগে সঙ্গদোষত পৰি নানা আচৰণৰ ভাৱৰীয়া হৈ উঠো। সমাজপতি সকলে উচিত বিচাৰ কৰি দণ্ড দিলে, কিছু পৰিমাণে বৃদ্ধিত বাধা পৰে বুলি বিশ্বাস।

সজ গ্রন্থইও মানুহৰ চৰিত্রত যথেষ্ট সহায় কৰে, আমাৰ শাস্ত্র-সাগৰত নীতিকথাৰ অভাৱ নাই, কেৱল পঢ়ুৱাইৰ হে অভাৱ।

সৌভাগ্যৰ বিষয় স্বাধীন যুগত দেশনেতা সকলে কোমলমতি বালক সকলৰ চৰিত্র গঠণত কিছু সহায় কৰিব পাৰিব বুলি আশা কৰা যায়।

---

# আচাৰ-বিচাৰ

**সংক্ষিপ্ত সাৰ**—আচাৰ-বিচাৰ একেটা অৰ্থতে ব্যৱহাৰ হোৱা অনুৰূপ শব্দ বুলিলেও বিচাৰৰ ফলেই হে আচাৰ। ই সমাজৰ প্ৰকৃতি স্বৰূপ, সজ-অসজ উপকাৰী অপকাৰী; স্বাস্থ্যকৰ অস্বাস্থ্যকৰ আদি বিচাৰ পাই গুটীয়া জীৱনতে হওক বা সামাজিক জীৱনতে হওক বিচাৰৰ ফলেই আচাৰ বুলি গণ্য। কিন্তু কৰ্ম্মবহুল সমাজত কৰ্ম্মৰ কলেৱৰ বঢ়াৰ লগে লগে, ইয়াৰ কলেৱৰ সৰু হৈ হৈ আচাৰৰ ঠাই অত্যাচাৰে অধিকাৰ কৰা দেখা যায়। ফলত সমাজৰ অপকাৰ হে হোৱা দেখা গৈছে।

সজ আচাৰ উন্নতিপথৰ জখলা কিন্তু অসজ আচাৰ নৰকৰ দুৱাৰ। বাহ্যিক আচাৰ নীতিয়ে আন্তৰিক শুদ্ধতাত যেনেকৈ সহায় কৰে, তাক সম্যক অনুশীলনৰ পৰাহে বুজা যায়, কেৱল উপদেশে মনৰ ভ্ৰান্তি দূৰ নহয়।

**কঠিন শব্দ অৰ্থ আৰু ব্যাকৰণ—**

**মজ্জাগত**—হাড়ৰ ভিতৰৰ তলৰ পদাৰ্থ। মানুহৰ দেহত সোমোৱা বস্তুৰ পৰা ৰস, ৰক্ত, মেদ মাংস, অস্থি, মজ্জা আৰু শুক্ৰ এই সাতটা বস্তুৰ উৎপত্তি হয়, ইয়াকে সপ্ত ধাতু বোলা যায়।

**বিচাৰ-বৰ্জ্জিত**—বিচাৰ নথকা, অবিচাৰৰ।

**বিচাৰ-বৰ্জ্জিত-আচাৰ**—কিয় পালিব লাগে তাৰ কোনো বিচাৰ নকৰি, মাত্ৰ পালন কৰা, কুসংস্কাৰ।

**লগ্ন**—ক্ষণ, সময়, নিৰূপিত কাল, শুভ সময়।

**উৰুলীকৃত**—আনন্দত উখল মাখল।

**কফ-জনিত**—কফৰ পৰা উৎপত্তি হোৱা, উপসৰ্গ। কফ, পিত্ত আৰু বায়ু এই তিনি ৰকমৰ বিকাৰ মানুহৰ দেহত থাকেই।

**নৈষ্ঠিক**—নিষ্ঠা + ষ্ণিক ; আচাৰ মানি চলাসকল।

**বৰ্জ্জনীয়**—বৰ্জ্জণ + ঈয় ; বাদ দিবলগীয়া।

**অনুপান ভেদে**—বেলেগ বেলেগ অনুপানেৰে। দ্ৰব্যগুনেই অনুপান ভেদেৰ কাৰণ, মকৰ়ধ্বজ নানা অনুপানেৰে নানা ৰোগৰ মহৌষধ।

## কঠিন বাক্য অনুছেদৰ সৰলাৰ্থ—

**অতৰ্কিতে**—তলকিব নোৱাৰাকৈ, মনত নলগাকৈ, দোষ-গুণে নোচোৱাকৈ।

**ব্যভিচাৰ**—বহুমতীয়া, একত বিশ্বাস নথকা।

১। **সমাজৰ আচাৰ……কৰে।** (৫৭ পৃষ্ঠা ৩য় দফা)

**অৰ্থ**—গ্ৰন্থপ্ৰণেতাই কৈছে যে, সমাজে কোনো এক কালত সেই কালৰ উপযোগী কৰি কিছুমান নিয়ম বান্ধি চলাই গৈছে, কিন্তু বহু-কালৰ পিচত সি মানুহৰ এলাহ আমনিত পৰি আচাৰৰ ঠাইত অত্যাচাৰ হৈ পৰে।

২। **ক্ৰিয়া কাণ্ডবহুল……পৰে।** (৫৮ পৃষ্ঠা ২য় দফা)

—পুৰনি কালৰ সমাজ লাহে লাহে নানা ৰকমৰ কৰ্ম্মৰ হেঁচাত বহল হৈ পৰে, ইফালে মানুহৰ মনো উন্নতহৈ পূৰ্ব্বৰ ৰীতি নীতি

অসাকুৱা যেন বোধ কৰায়, গতিকে আচাৰ নীতিও সালসলনি ঘটাবলৈ ইচ্ছা হোৱাটো মানুহৰ স্বাভাৱিক ধাউতি।

**৩। যি দেশত যি আচাৰ।**

**অৰ্থ**—সকলো দেশৰ হাৱা পানী একে নহয়, গতিকে স্বাস্থ্য ৰক্ষাৰ নিয়মো বেলেগ বেলেগ হোৱাৰে কথা।

ইংলণ্ডাদি চেঁচা দেশৰ মানুহে গৰম বস্তু মদ মাংস নাখালে শৰীৰ ৰক্ষা নহয়, কিন্তু আমাৰ গৰম দেশত সেইবোৰ বস্তুৰ ব্যবহাৰে শৰীৰৰ অনিষ্ট হে ঘটায়।

**৪। আচাৰৰ মাজেদি......ব্যভিচাৰ।**

**অৰ্থ**—কোন আচাৰ জীৱনৰ, জাতিৰ বা সমাজৰ হিতকৰ নে অহিতকৰ তাৰ সম্যক বিচাৰ কৰি হে গ্ৰহণ কৰা বা বাদ দিয়া হব লাগে, সেয়ে নহলে পূৰ্ব্বাপৰ চলিত প্ৰথা বুলি মানি থকাৰ পৰা সমাজৰ অনেক হানি হৰকত হোৱা হে দেখা যায়।

**৫। দেশকাল.........উচিত।** (৬১ পৃঃ ২য় দফা)

**অৰ্থ**—মাৰোৱাৰৰ বালিৰে বাছন ধোৱা ৰীতি অসমত খটাবৰ কোনো আৱশ্যক নাই। মোট কথা জিনিষ আচাৰ ব্যৱহাৰ যেনেকৈ আন এজনৰ লগত নিমিলে কিয়নো এজনৰ ধাতু আন আন জনৰ লগত একে নহয়, সেই দৰে এক দেশৰ আচাৰ ব্যৱহাৰো অন্য এক দেশৰ লগত নিমিলে, আৰু এক কালৰ ব্যৱহাৰ অন্য কালত মিলিবও নোৱাৰে, যদি বলেৰে পাবলৈ যোৱা যায়, তেন্তেই বিপ্লৱ আৰম্ভ হয়, ফলত সমাজ লৰ্ব্বাং লাখুটি হয়; গতিকে তেনে প্ৰথাৰ সমালোচনা হোৱা দৰ্কাৰ।

## চমু টোকা সঙ্কেত আদি

**১। দেশাচাৰ আৰু বেদাচাৰৰ পাৰ্থক্য কি ?**

**সঙ্কেত**—আমাৰ পূৰ্ব্বপুৰুষ সকলে সেই কালৰ উপযোগী কৰি কিছুমান ৰীতি বিধিবদ্ধ কৰি লৈ গৈছে সেয়ে বেদাচাৰ, তাত বাজেও দেশৰ মানুহে মুখে মুখে কিছুমান নীতি সমাজত চলাই থাকে সেই বোৰেই দেশাচাৰ। বেদাচাৰতকৈ দেশাচাৰৰ ক্ষমতাহে অধিক দেখা যায়।

**২। কেনে আচাৰ বৰ্জ্জনীয় ?**

**সঙ্কেত**—যিবোৰ দেশাচাৰ বা বেদাচাৰৰ দ্বাৰা সমাজৰ কোনো প্ৰকাৰৰ উন্নতি নহয় অথচ পালিবলৈকে সকলোৰে বেয়া পায়, কেৱল সমাজৰ এক শ্ৰেণীৰ মানুহে "বুপা ককাৰ চলিত প্ৰথা" বুলি এৰিব নোৱাৰে বা নোখোজে, তেনেবোৰ প্ৰথাকে বৰ্জ্জন কৰা উচিত। বলেৰে পকোৱা কলত সোৱাদ নাথাকে, পেটলৈকো বেয়া।

**৩। সমাজৰ আচাৰ প্ৰথমে কিয় বিধিবদ্ধ কৰা হৈছিল ?**

**সঙ্কেত**—আগৰ কালৰ মানুহ আজিৰ মানুহতকৈ অনেক সৰল আছিল, জনাৰ সংখ্যা অতি কমেই আছিল, জনা সকলে নিজৰ জীৱন বা সমাজৰ জীৱন কেনেকৈ প্ৰতিপাল কৰিব লাগে, তাক লিখি থৈ গৈছে। সেই বোৰকে সহায় লৈ যুগে যুগে মানৱ সমাজত বহুতো আচাৰ পদ্ধতিৰ যোগ বিয়োগ ঘটা স্বাভাৱিক। কিন্তু এক শ্ৰেণীৰ মানুহে নতুন সদাই বেয়া, পুৰণি সদাই ভাল বুলি ভাবি লয়, তাৰ কিঞ্চিৎ ব্যতিক্ৰম ঘটিলেই তীব্ৰ প্ৰতিবাদ কৰে।

**টোকা**—সতীদাহ নিবাৰণ, গঙ্গাত পুত্ৰকন্যাদান নিবাৰণ, অসমত আকুখেতি বহিত আদিৰ সময়ত দেশৰ প্ৰজা লাওল খাই উঠিছিল।

কিন্তু আজি সেই বোৰ প্ৰথা ৰহিত হোৱা বাবে কোনেও বেয়া নোবোলে।

**সমাধান আক্ষেপ**—আমাৰ বুৰঞ্জীয়ে কয় পৃথিবীৰ কোনো দেশৰে সমাজ বান্ধনি আচাৰ-বিচাৰ আমাৰ দেশৰ দৰে কটকটীয়া নহয়, যদিও একালত সেইবোৰ পৰম হিতকৰেই আছিল, তাতে দেশাচাৰৰ চাট পৰি সেইবোৰ অতিৰঞ্জিত হবলৈ ধৰিলে। বোধহয় সেই বাবেই কঠিন বান্ধ ধিলা কৰিবলৈ কেওমেও কৰোঁতে কৰোঁতে ওচমোচ নিবিচাৰি ওলাই পৰিব পাৰিলেই ৰক্ষা পৰিলোঁ বুলি ভাবে। সেই হে আমাৰ ধৰ্ম্মৰ মানুহ অন্য ধৰ্ম্মাৱলম্বী হোৱা দেখা যায়।

---

## প্ৰতিশোধ

**সংক্ষিপ্ত সাৰ**—মানৱ মনৰ দুষ্ট প্ৰবৃত্তিবোৰৰ ভিতৰত হিংসা যেনে অহিতকৰ, প্ৰতিশোধো তেনে অনিষ্টকৰ। ইয়াৰ প্ৰভাৱত কন্দলৰ মাত্ৰা দিনক দিনে চৰি যায়, শেষত দেশ বা জাতিৰ ধ্বংশ সাধন কৰে।

প্ৰাণী জগতত হিংসা কাৰ্য্য সদায় ঘটিব লাগিছে, হিংসা বিনা জগত জড় হৈ পৰিব, বলীয়ে নিৰ্ব্বলীক সদাই আক্ৰমন কৰে, সেই আক্ৰমনৰ পৰা ৰক্ষা পাবলৈ কৰা চেষ্টাই প্ৰতিশোধ। যেতিয়াই সেই প্ৰতিশোধৰ ভাৱ প্ৰবল হৈ উঠে তেতিয়াই ফিৰিঙ্গটিৰ পৰা খাণ্ডব-দাহ হয়, সৰু এটি কাৰণেই একোখন দেশত ধ্বংশৰ লীলা সংঘটিত হয়।

যদিও আদিম অবস্থাৰে পৰা সভ্যাৱস্থালৈকে প্ৰতিশোধৰ কাৰ্য্য দেখা যায়, তাৰ মাজে মাজে সহিষ্ণুতাৰ পটন্তৰো নাইকিয়া নহয়।

আধ্যাত্মিক শক্তিৰ বলত ঋষিমুনি সকলে হিংসাৰ সলনি প্ৰতিশোধ নলৈ সহিষ্ণু হৈ সংসাৰ সুখময় কৰিবলৈ আদৰ্শ দি থৈ গৈছে। আমিও হিংসাকাৰ্য্যক সহিষ্ণুতাৰ গুণেৰে বিভূষিত কৰি লোৱা উচিত।

### কঠিন শব্দ অৰ্থ, ব্যাকৰণ

**আশ্বস্ত**—সান্ত্বনা পোৱা, প্ৰতিশোধৰ ইচ্ছা মাৰ যোৱা, মনৰ শান্তি।

**ভূষণ**—অলঙ্কাৰ, যি সৌন্দৰ্য্য চৰায়।

প্ৰতিক্ৰিয়াৰ—ক্ৰিয়াৰ সলনি ক্ৰিয়া কৰা।

বিকট—ভয়ানক, বিকৃত আকাৰ।

শূৰ্পনথা—শূৰ্প—কুলা নখা- নখযুক্ত কুলাৰ দৰে নখ যাৰ, ৰাৱণৰ ভগীয়েক।

নৃশংস—মাৰাত্মক, ভয়লগা।

জাতি-সংশ্লিষ্ট—জাতিৰ লগত সম্বন্ধ থকা।

মনস্তত্ত্বৰ—মনঃ+তত্ত্বৰ ; মনোবিজ্ঞানৰ।

ঈৰ্ষা—লোকৰ ভাল দেখিব নোৱাৰে।

তিৰোতা সংক্ৰান্ত—তিৰোতাৰ লগত সম্বন্ধ থকা।

শৃঙ্খলাবদ্ধ—পৰিপাটি, নিয়াৰি।

নৰমেধ—নৰ-মানুহ, মেধ্-তেজ, মানুহ বলি দি কৰা যজ্ঞ, অশ্বমেধ, মেষমেধ।

যজ্ঞ—যজ্+ন—ঈশ্বৰক পূজা, প্ৰাৰ্থনা।

মূৰ্ত্তি—মূৰ্চ্ছ্+ক্তি—আকাৰ, প্ৰতিমা, পুতলা।

প্ৰেৰনাতেই—অনুৰোধতেই, খাটিৰতে।

কাম্য—কাম+যৎ ; কামনাৰ, আশাৰ।

ঋষি—দৃশ+ইন্ ; বহুদৰ্শী, জ্ঞানী, দূৰদৰ্শী।

হিংসা—হিনস্+ঙ ; অমঙ্গল চিন্তা, শত্ৰুতা।

নিৰন্তৰে—নিঃ+অন্তৰে ; ইটোৰ পাছত সিটো ছেদ ভেদ নোহোৱা অবিৰাম।

ক্ষমা—ক্ষম+ঙ—হিংসা নকৰা।

প্ৰেম—প্ৰি+ইমন ; ভাল পোৱা।

ত্ৰস্তমান—ভীত, ভয়ত থৰকাচুটি এৰা।

## কঠিন বাক্য আৰু অনুচ্ছেদৰ সৰলাৰ্থ

১। প্ৰতিশোধ প্ৰতিক্ৰিয়াৰ নামান্তৰ মাথোন।

উত্তৰ—এজনে কৰা এটা কামৰ সলনি আনজনে তাকে ওলোটাই দিয়া তাকে প্ৰতিশোধ বোলে। প্ৰতিহিংসা, প্ৰতিকাৰ, প্ৰতিফল প্ৰতিশোধৰ বেলেগ বেলেগ নাম।

২। উলুৰ লগত বগৰি পোৰা যায়।

উত্তৰ—উলুবনী এখনত জুই লগালে যেনেকৈ উলুৰ মাজত গজা বগৰি গছ জোপাও পোৰে, তেনেকৈ এজনৰ সঙ্গত আনৰ ওপৰত খং মাৰিবলৈ গলে বহুতৰ অপকাৰ হয়।

৩। ব্যক্তিগত……ফুৰিছো। (৬৪ পৃঃ শেষ দফা)

উত্তৰ—একোজন মানুহ বা একোটা পৰিয়ালৰ ওপৰত খং খাই প্ৰতিশোধ লবলৈ গৈ বহুতৰ অপকাৰ হোৱা কাম জগতত ঢেৰ। ইয়াকে.কিৰিঙ্গটিৰ পৰা খাণ্ডৱ দাহ হোৱা বোলা যায়।

৪। নৈতিক বা আধ্যাত্মিক……শামকাটে। (৬৬ পৃঃ ১ম দঃ)

অৰ্থ—বেয়াকাম কৰি পৰাচিত হ'বলাগে পাপ স্বীকাৰ কৰি আগলৈ এনেকাম নকৰো বুলি শপত খাব লাগে এনেবোৰ প্ৰথা নৈতিক বলত বলীয়ান সকলে উলিয়াই থৈ গৈছে। তাকে সমাজে সদায় প্ৰয়োগ কৰে যেতিয়া সমাজ বান্ধনি ঢিলা হয়, তেতিয়া নৈতিকতাবো হ্ৰাস হোৱা দেখা যায়।

৫। আজি হিংসা……চলি আছে। (৬৭ পৃঃ শেঃ দফা)

অৰ্থ—আজি সভ্যজগতত মহাপুৰুষৰ সকলে অহিংসা, প্ৰেম, দয়া আদিৰ ব্যৱহাৰ কৰি হিংসা, নিন্দা, পৰশ্ৰীকাতৰতা বাদ দিব লাগে বুলি দহাই দহাই কৈছে, তথাপি জগতত যুদ্ধবিগ্ৰহ হৱই লাগিছে, লক্ষ লক্ষ

প্ৰাণী সংহাৰ হবই লাগিছে, অন্নবস্ত্ৰৰ হাহাকাৰত ত্ৰাহি ত্ৰাহি স্মৰিব লাগিছে। ইয়াৰ শেষ হব কেতিয়া কোৱা টান !!

## চমু টোকা সঙ্কেত আদি—

১। বদনৰ প্ৰতিশোধৰ বিকট মূৰ্ত্তি আঁকি দেখুৱা।

**সঙ্কেত**—বদনচন্দ্ৰ বৰফুকনৰ চক্ৰান্ততে অসমলৈ মান আহিছিল, অসমৰ ভাগ্যলক্ষ্মী মানৰ হাতলৈ গৈছিল, কিন্তু বদনক বধ কৰাৰ কথা মানৰজাই যেতিয়া জানিবলৈ পালে, তেতিয়াহে অসম সৰ্ব্বস্বান্ত হ'ল, প্ৰজা ভাগি পিয়া-পি দিলে, কান্দোনত দেশ খলক লাগিল, সোনৰ অসম এৰাবাৰীত পৰিণত হ'ল।

২। শূৰ্প নখাৰ নাক কাণ কটাৰ প্ৰতিশোধ বৰ্ণনা কৰা।

**সঙ্কেত**—লক্ষ্মণে শূৰ্পনখাৰ নাককাণ কটাৰ বাবেই ৰাৱণে সীতাক হৰিছিল, বালিবধ হৈছিল, জটায়ুৰ প্ৰাণ সংহাৰ হৈছিল, খড়দুষণ মাৰীচ, ইন্দ্ৰজিত, কুম্ভকৰ্ণ, ৰাৱণ আদি প্ৰখ্যাত বীৰৰ মৃত্যু আৰু ৰক্ষকুল ধ্বংশ হৈছিল।

৩। দ্ৰৌপদীৰ কেশাকৰ্ষণৰ প্ৰতিশোধ কেনেকৈ হয় ?

**সঙ্কেত**—কুৰু সভাৰ মাজতে পাপী দুঃশাসনে দ্ৰৌপদী মাতৃ চুলিত ধৰি অপমান কৰাৰ প্ৰতিশোধৰ অগ্নি পাণ্ডৱ সকলৰ প্ৰাণত সদায় জ্বলি আছিল, ছল পালত এদিন ভীমে দুঃশাসনৰ নেলু ছিঙি তেজ পিছিল, তেতিয়াৰ ভীমৰ চেহেৰা বাঘতকৈয়ো ভয়ানক দেখা গৈছিল।

৪। দক্ষযজ্ঞ লণ্ডভণ্ডৰ কাৰণ কি বৰ্ণনা কৰা।

**সঙ্কেত**—দক্ষই যজ্ঞ পাতিলে, কিন্তু শিৱক যজ্ঞৰ সভাপতি নাপাতিলেই বৰং শিৱৰ কুৎচিত মূৰ্ত্তি এটা সভাত থৈ শিৱক নিন্দা

কৰিছিল। দক্ষৰ জীয়েক সতীয়ে স্বামীৰ নিন্দা সহিব নোৱাৰি প্ৰতিবাদ স্বৰূপে আত্মহত্যা কৰিলে। শিৱই ভাৰ্য্যাৰ এনে কাৰ্য্যত মৰ্ম্মাহত হৈ কাল মূৰ্ত্তি ধৰি সভাস্থল নষ্ট কৰিলে আৰু ভাৰ্য্যাৰ শৱ কান্ধত লৈ ভাৰত ভ্ৰমণ কৰিলে। কান্ধৰ শৱ গেলি পচি একো একো খণ্ড ছিগি পৰিল, এনেকৈ ৫১ ঠাইত পৰিল সেয়ে ৫১ পীঠ। সেই বোৰ ঠাইত আজিও পূজা সেৱা চলিব লাগিছে।

৫। ট্ৰোজান যুদ্ধত......পাৰে। ( ৬৫ পৃষ্ঠা মাজ অংশ )

**সঙ্কেত**—ট্ৰোজান যুদ্ধত একিলিছে হেকটৰৰ মৰাশটো ৰথৰ চকাত বান্ধিলৈ চোঁচোৰাই লৈ ফুৰাই মনৰ আক্ৰোশ পাতলাইছিল।

টোকা—প্ৰতিশোধৰ জ্বলাজুইত চেঁচা পানী ঢটিয়াবৰ উপক্ৰম কোনে কেতিয়াৰ পৰা কৰিলে ?

**সঙ্কেত**—

১। উপনিষদ তৈয়াৰ কৰা ঋষিসকলে তেওঁ লোকৰ গ্ৰন্থত জলেথলে আকাশে পতালে শান্তিৰ কথাকে দেখাৰ কথা বিৱৰি গৈছে।

২। পৰমজ্ঞানী অৱতাৰ পুৰুষ বুদ্ধই অহিংসাকেহে ধৰ্ম্মবুলি ঘোষণা কৰিলে।

৩। যীশু খ্ৰীষ্টই তেওঁক পিওত দিয়াৰ সময়তো য়ীহুদী সকলক ক্ষমা কৰিবলৈহে ভগৱন্তক প্ৰাৰ্থনা জনাইছিল।

৪। মহাম্মদে তেওঁক বধ কৰিব খোজা শত্ৰুকো ক্ষমা কৰিবলৈ ঈশ্বৰক খাটিছিল।

৫। মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে বৰদোৱাৰ পৰা কোচবিহাৰলৈকে খেদি পঠোৱা শত্ৰুকো সদায় ক্ষমা কৰিছিল।

৬। মহামানৱ গান্ধীয়ে ৫০ পঞ্চাশ বছৰীয়া তপস্যাৰ বলত সিদ্ধি হব খোজা কাৰ্য্যত বাধা দিয়া দেশৰ শত্ৰু সকলোকো তেওঁ হিংসা নকৰি সদায় ক্ষমা কৰিবলৈ হে প্ৰজাক অনুৰোধ কৰিছিল।

## প্ৰায়চিত্তৰ আৱশ্যকতা বৰ্ণনা কৰা—

১। যেতিয়া কোনো চৰিত্ৰহীন লোকে অন্তৰত প্ৰতিশোধৰ ভাবলৈ সমাজৰ ঘৃনণীয় কাম গো বধ, ব্ৰহ্মবধ, স্ত্ৰীবধ, সুৰাপান, অগম্যাগমন আদি মহাপাপ কৰে, তেতিয়া সমাজ নেতাসকলে তেওঁক দোষী সাব্যস্ত কৰি ভৱিষ্যতে তেনেকাম নকৰিবলৈ অৰ্থ দণ্ড কৰে, শৰীৰত কষ্ট দিয়ে, সমাজচ্যুত কৰে, ঘোৰ অপৰাধীক অঙ্গ ছেদ কৰি বা প্ৰাণদণ্ড কৰি সমাজক শিক্ষা দিয়ে। মনুসংহিতা আদি শাস্ত্ৰত এনে প্ৰায়চিত্তৰ কথা বহলাই বৰ্ণোৱা আছে।

২। প্ৰতিশোধৰ অৱসান ঘটাবৰ চেষ্টা আজি কেনেদৰে চলিছে?

**সঙ্কেত**—ইউৰোপৰ কিছুমান উন্নত জাতি লগহৈ জগতত যাতে যুদ্ধ নহয়, তাৰ বাবে অহোপুৰুষাৰ্থ কৰিছে।

নাথুৰামৰ ফাঁচীয়েও গান্ধীহত্যাৰ প্ৰতিশোধৰ পটন্তৰকে ডাঙ্গি ধৰিছে।

## সমাধান আক্ষেপ—

যি দেশত আধ্যাত্মিক চৰ্চ্চা যিমান বেছি, সেই দেশৰ সমাজ সিমান শান্তিত থকা দেখা যায়। অতীজ কালৰ অশোকে একে খনমাত্ৰ যুদ্ধৰ পৰিনাম ফল পৰিপাত ভোগ কৰিয়েই সৰ্ব্বস্ব ত্যাগ কৰি, আনকো শান্তিৰে কাল কটাবৰ উপদেশ শিলৰ আখৰেৰে ঘোষণা কৰিছিল।

ছেদীৰাজ্যৰ সম্ৰাট শিশুপালে পূৰ্ণব্ৰতাৰ শ্ৰীকৃষ্ণক ৰাজসভাতে ককৰ্থনা কৰাতো শ্ৰীকৃষ্ণই প্ৰতিশোধ নলৈ আনকো ক্ষমা কৰিবলৈ বাৰে বাৰে অনুবোধ জনাইছিল।

ত্যাগীৰ সন্তান হৈ আমি প্ৰতিশোধৰ ভাব মনৰ পৰা ত্যাগ কৰি অহিংসা ভাৰত পবিত্ৰ হওঁহঁক আহক।

---

# কপাল

**সংক্ষিপ্ত সাৰ—**

আমাৰ সমাজত অনাদি কালৰে পৰা শাস্ত্ৰৰ বচনৰ উপৰি :ও মুখৰ কথা কিছুমানো চলি আহিছে। সেইবোৰ আমাৰ হাড়ে মগজুৱে লিপিত খাই পৰা বাবে, আজি বৈজ্ঞানিক যুগতো নানা যুক্তিৰ অৱতাৰনা কৰিও বিশ্বাস কমাব পৰা নাই।

কপাল বোলা কথাষাৰো ইয়াৰ লগৰে। সন্তান ওপোজাৰ ছদিনৰ দিনা হেনো বিধাতা পুৰুষে, সন্তানৰ কপালত সুখ-মুখ, জীৱন-মৰণৰ কথা লিখি যায়হি। সেই বাবে সেই দিনা এক বিশেষ যো-জা কৰাও দেখা যায়।

ই কিমান মূল্যৱান কথা কোৱা টান। গীতাত ভগৱন্ত নিজে কৈছে "জগতত মোৰ কোনো কৰ্ম্ম নাই অথচ মই প্ৰাণীক কৰ্ত্তব্যপৰায়ণ কৰিবলৈ গৈ এক মুহূৰ্ত্তও কামৰ পৰা আঁতৰি নাথাকোঁ"

বাস্তৱিক প্ৰাণী জগতত যিয়েই কৰ্ম্ম নকৰে তাৰে সুখ সম্ভোগ যে নিমিলেই, আহাৰৰো অনাটন হয়। তেনেস্থলত বিনাশ্ৰমে কপালৰ দ্বাৰা জীৱন যাপন কথাষাৰত সাৰ ভাগ কম বুলিয়েই ধাৰণা হয়।

উদ্যোগী পুৰুষসিংহে হাতে হাতে লক্ষ্মীক পায়, কাপুৰুষে মাত্ৰ কপাল ধিয়াই থাকে।

## কঠিন শব্দৰ অৰ্থ ব্যাকৰণ—

**কাপুৰুষ**—কৰ্ম্মধাৰায় সমাস্ কু যি পুৰুষ। যি কামলৈ ভয় কৰে, পৰৰ ওপৰত নিৰ্ভৰ কৰে।

**বিধাতা**—বি—ধা+তৃচ্, য়ি বিধান কৰে। নিয়ম লগায়, ঈশ্বৰ ব্ৰহ্মা।

**পৰিশ্ৰম**—পৰি—শ্ৰম্+অণ,শৰীৰ কিম্বা মনে দুখপোৱা কাম।

**অজ্ঞাত**—ন+জ্ঞাত, নজনা, অজানিত।

**অদৃষ্ট**—ন+দৃষ্ট—নেদেখা, চকুৰ অগোচৰ।

**আজন্ম**—অব্যয়ীভাব সমাস, জন্মৰে পৰা।

**উদ্যোগী**—উৎ+যোগী, উলাহ উদ্যমশীল।

**সিংহ**—হিন্স+নক ; যি হিংসা কৰে।

**লক্ষ্মী**—লক্ষ—দৃষ্টি, যাৰ দৃষ্টিত ঐশ্বৰ্য্য বিভূতি হয়, বিষ্ণুৰ ভাৰ্য্যা।

**সহজলব্ধ**—অনায়াসে পোৱা, বিনাকষ্টে পোৱা।

**তৃপ্তি**—তৃপ্+ক্তি, সোৱাদ, মিঠা, সুখ।

**ধ্যান**—ধ্যা+ক্ত ; চিন্তা দীঘল হোৱা।

**পৰমাৰ্থ**—পৰম+অৰ্থ, গূঢ় অৰ্থ, ভিতৰুৱা অৰ্থ।

**মনস্তত্ত্ব**—মনঃ+তত্ত্ব, মনোবিজ্ঞান।

**নৃ-তত্ত্ববিদ্**—নৃ—মানুহ, তত্ত্ব গূঢ় অৰ্থ, বিদ-জনা, মানুহ সম্বন্ধে সকলো কথা জনা।

**অনুশীলন**—আলোচনা, ব্যৱহাৰ, পথানুসৰণ।

**কৰ্ম্মশীল**—কৰ্ম্ম+শীল ; কৰ্ম্মময়, কৰ্ম্মৰত।

## কঠিন বাক্য অনুচ্ছেদ আদিৰ অৰ্থ—

১। **বিধাতাই কপালত……নাপায়।** (৬৮ পৃষ্ঠা ২য় দফা)

**অৰ্থ**—গ্ৰন্থকৰ্ত্তাই দেখুৱাছে যে, বিধাতাই কপালত লিখে বুলি সকলোৱে কয়, কিন্তু কি লিখে, অহঁতি কালৰে পৰা আজিলৈকে কোনেও কব নোৱাৰিলে।

২। **উদ্যোগী সিংহ……কৰে।** ( ৬৯ পৃষ্ঠা ২য় দফা )

**অর্থ**—আমাৰ কিতাপ পুথিত পঢ়িবলৈ পোৱা যায় যে, যি উদ্যোগী কামলৈ ভয় নকৰে, কাম পাছলৈ পেলাই নহয়, তেওঁহে অতুল ঐশ্বর্য্যৰ গৰাকী হব পাৰে, সেই জনকে সিংহ পুৰুষ উত্তমলোক বোলা যায়।

**পুৰুষ চাৰি বিধ**—

**উত্তম**—যি আপোন চেষ্টাত মানুহ বোলায়,

**মধ্যম**—যি পিতৃ সম্পত্তিত মানুহ বোলায়।

**অধম**—যি স্ত্রীৰ সম্পত্তিত মানুহ বোলায়।

**অধমাধম**—যি শ্যালাৰ নামত মানুহ বোলায়।

৩। **ফুটা কপালে……অর্থহীন।** ( ৬৯ পৃষ্ঠা ৩য় দফা )

**অর্থ**—গ্রন্থকর্ত্তাই দেখুৱাইছে যে, যি অৱস্থা বুজি ব্যৱস্থা কৰিব নোৱাৰে, .বয়স বতৰ চাই খেতি কৰিব নোৱাৰে, সময়ৰ কাম সময়ত নকৰি পাছলৈ হয়, সেই সোৰোপাই মাত্র ফুটা কপালৰ কথাৰে মনক বোধাই থয়। উদ্যোগী জনে এবাৰৰ শ্রম অথলে গলেও বাৰে বাৰে যত্নকৰি সিদ্ধি কৰিবই।

৪। **যিহকে ধ্যায় তাকে পায়।** ( ৭০ পৃষ্ঠা ১ম দফা )

**অর্থ**—মানুহে যিহলকৈ ধাউতি কৰি তাক লাভ কৰিবলৈ চেষ্টা কৰে, আৰু ২।১ বাৰ সকল নহলেও নিৰাশ নহৈ ঈশ্বৰৰ হাতত ফল থৈ দ্বিগুণ উৎসাহেৰে কাম কৰে তেওঁ ফল পাবই পাব।

## চমু টোকা সঙ্কেত আদি—

১। বিধাতা মতা কি উৎসৱ?

**সঙ্কেত**—আমাৰ সমাজত চলি থকা প্রথামতে সন্তান ওপোজা ছদিনৰ দিনা ঘৰদুৱাৰ চাফাকৰি ভোজনি সাজনি সজাই প্রসূতীৰ ওচৰত

কাপ মৈলাম থৈ ওৰে ৰাতি শাস্ত্ৰ পাঠ কৰে। সেই দিনা হেনো, বিধাতাই সন্তানৰ কপালত সুখ দুখৰ কথা জীৱন মৰণ সমস্যা সমাধান কৰে।

২। যিহকে ধ্যায় তাকে পায় ইয়াৰ দৃষ্টান্ত এটি দিয়া।

**সঙ্কেত**—হিৰণ্য কশিপুৱে ঘোৰ তপস্যাৰ বলত পৃথিবীতে কোনেও নোপোৱা বৰ পায় নৰ-বান্দৰ কাৰো হাতত নমৰে, ৰাতি বা দিনত নমৰে, অস্ত্ৰে শস্ত্ৰে নাকাটে, ত্ৰৈলোক্যৰ লোকে তেওঁত শৰণ লয় যেন।

৩। সোনৰ বালিচাহী বোলাৰ অৰ্থ কি?

**সঙ্কেত**—আমাৰ দেশত আহোম ৰাজত্বতে শোৱণশিৰী নৈৰ বালিত মিহলি হৈ থকা সোনৰ চাহী বালি ধুই ধুই উলিয়াইছিল আজিও সেই খেলৰ মানুহক সোনোৱাল বোলে।

৪। কুকুৰাই আহাৰ সিঁচিবিচি খাই কিয়?

**সঙ্কেত**—গ্ৰন্থকৰ্ত্তাই বুজাইছে যে, অৰ্জ্জাভাত, লোৱা খৰি, মৰামাছ বৰ সোৱাদ, দুখ নকৰি পোৱা বস্তুত আদৰ কম, গতিকে সোৱাদো কম।

৫। জীৱনৰ শাহটো কত আছে?

**সঙ্কেত**—প্ৰায় গছৰে যেনেকৈ ওপৰখন কোমল ভিতৰে টান, সেই দৰে এলেহুৱাৰ পক্ষে জীৱন গৌৰৱময় নহয়, তেওঁ অধম বা মধ্যম পুৰুষ। যি জন স্বোপাৰ্জ্জিত ধনেমানে বিখ্যাত তেওঁ হে ধন্য, তেওঁৰে জন্ম সাৰ্থক।

৬। বিধাতাই আগত পেলাই দিয়া সোনৰ টেকেলীৰ কথা চমুৱাই বৰ্ণনা কৰা।

**সঙ্কেত**—পুৰাণত বৰ্ণিত আছে, এদিন এক হতভগা দৰিদ্ৰেবাটেদি যাওঁতে, বিমানত ভ্ৰমন কৰা শিৱ পাৰ্ব্বতীৰ দৃষ্টিগোচৰ হয়। কোমল প্ৰাণা পাৰ্ব্বতীয়ে স্বামীক সেই দৰিদ্ৰক দয়া কৰিবলৈ কলে, শিৱই দৰিদ্ৰৰ আগতে সোনৰ টেকেলি এটা পেলাই দিলে। পাঠক! সেই কম সময়তে দৰিদ্ৰৰ কনা হবৰ মন গ'ল, সি কনাৰ দৰে চকু মুদিয়েই টেকেলি পাৰ হ'ল, সোনৰ ভাগ দৰিদ্ৰই নাপালে, তেতিয়া পাৰ্ব্বতীয়ে সেই দৃশ্য দেখি কৈ উঠিল "কপাল, কপাল, কপালেই মূল" ইয়াৰ পাছত শিৱ পাৰ্ব্বতী স্বস্থানে প্ৰস্থান কৰিলে। আগৰ দৰিদ্ৰ সেই দৰিদ্ৰ হৈয়ে ৰ'ল।

সমাধান—আক্ষেপ—

আজি বিংশ শতিকাত নানা জাতিয়ে শাৰীৰিক আৰু মানসিক পৰিশ্ৰমৰ কলত জগতত উন্নতি কৰি গৌৰৱান্বিত হৈছে দেশ মাতৃৰ মুখ উজ্জ্বল কৰিছে, কিন্তু আমাৰ দেশৰ অধিক সংখ্যক মানুহে এতিয়াও কিছুমান কুসংস্কাৰৰ বশৱৰ্ত্তী হৈ হাত সাৱটি বহি থাকি জীয়াতু ভোগ কৰিছে, মাতৃ ভূমিৰ কলঙ্ক ঘোষিছে।

আহোম ৰাজত্বত সোৰোপালিয়ে ইগান বল কৰিছিল যে, ঘৰত জুই লগাই দিলেও ওলাই চাবলৈ মন নকৰিছিল। হৰি কীৰ্ত্তনৰ আশ্ৰয় লৈ অকৰ্ম্মণ্য বৃদ্ধ সকলৰ লগ লগি বহুত কৰ্ম্মশীল ডেকাও অৱস হৈ পৰিছিল। ভাগ্যে গদাধৰ সিংহ, ৰূদ্ৰসিংহ আদি দেশ সেৱক মহাৰজা সকলৰ যত্নতে বহু গুণে মাৰ গ'ল।

অতএৱ আমি এনে কুসংস্কাৰৰ পৰা উদ্ধাৰ পাবলৈ যুক্তিৰ লগত সখিবন্ধা উচিত।

---

## সঞ্চয়

**সংক্ষিপ্ত সাৰ ঃ**—দৃশ্যমান সংসাৰত ধনীৰেই আদৰ দেখা যায়, গতিকে ধনী হবলৈ সকলোৰে মন, তথাপিযে সংসাৰত বেছি ভাগ মানুহেই দুখীয়া। অনেক উপাৰ্জ্জনক্ষম মানুহকো দুখীয়াৰ সঙ্গী হোৱা দেখা যায়, ইয়াৰ অৰ্থ হৈছে ধন ঘটিব জানে অথচ সাচিব নাজানে।

অৰ্থনীতিজ্ঞ বেকনে কৈছে উপাৰ্জ্জনৰ এক তৃতীয়াংশ সজ কামৰ বাবে ৰাখি, এক তৃতীয়াংশ বিপদ কালত ভাঙ্গি খাবলৈ সাচিব লাগে, বাকী অংশহে খোৱা পিন্ধাৰ কামত খৰচ কৰিব লাগে।

উপাৰ্জ্জন চাই ভগন কৰা আৰু সঞ্চয় কৰা নিয়ম ভালকৈ জানিব লাগে। ধোৱা খুলীয়াৰ যেনেকৈ পদে পদে বিপদ, কষ্ট কিনাৰো জীৱনব্যাপী মনস্তাপ হয়।

ব্যক্তিগত জীৱনত খটাৰ দৰে সামাজিক জীৱনতো এইবোৰ নিয়ম সম্পূৰ্ণৰূপে খটা দেখা যায়। গতিকে আমি বিদ্যাজ্ঞান উপাৰ্জ্জন কৰাৰ দৰে ধনৰ ব্যৱহাৰো সৰুৰে পৰা সিকি লোৱা উচিত।

### কঠিন শব্দৰ অৰ্থ আৰু ব্যাকৰণ

**সঞ্চয়**—সম্—চয় ; উপাৰ্জ্জনৰ কিছু অংশ খৰচ নকৰি গোটাই থোৱা।

**পঞ্চামৃত**—পঞ্চ—অমৃত ; গুৰ, দৈ, গাখীৰ, ঘিউ, মৌ।

**বিদ্যুৎ সঞ্চাৰে**—বিজুলী বেগেৰে, সাউৎ কৰে।

**মাংস-পেশী**—ছালৰ তলৰ মঙ্গহ!

**মৌলিক**—মূল—ষ্ণিক ; মূলীভূত, আচল।

শেষ নিশ্বাস—মৰিবৰ সময়ত টনা দীঘলীয়া উশাহ।

ব্ৰহ্মচৰ্য্য—ব্ৰহ্ম—চৰ্—ন্যৎ; বীৰ্য্য ধাৰণ, শৰীৰ পালন, শুক্ৰ সঞ্চয়।

সঞ্চালনো—সঞ্চালন ও; চলাচলো।

বিস্তৰ—বিঃ—তৰ; অধিক, সৰহ, বহুত।

আপুৰুগীয়া—পাবলৈ নোহোৱা, দুষ্প্ৰাপ্য।

ৰাষ্ট্ৰকোষ—ৰাজভঁড়াল, উমৈহতীয়া ধন।

আহাৰ্য্য—আহাৰ—ন্যৎ; খাব লগীয়া।

সম্ভৃত—মজুত, জমা, বহুত।

ত্যাগ—ত্যজ্—ঘ্যঞ; স্বাৰ্থ এৰা, কষ্ট স্বীকাৰ।

নিয়মীয়া—নিয়ম—ঈয়া; কমবেছি নোহোৱা।

আঘোনমহীয়া—আঘোন মাহ—ঈয়া, প্ৰত্যয়।

## কঠিন বাক্যৰ অৰ্থ সঙ্কেত আদি

১। নিয়ন্ত্ৰি.........ধন। (৭১ পৃঃ শেষ দফা)

সঙ্কেত—গ্ৰন্থকৰ্ত্তাই কৈছে যে, যোগী সকলে যোগাসনত বহোঁতে নাকৰ উশাহ আমাৰ দৰে এৰা ধৰা নকৰে, কোন নাকে কিমান সময় নিশ্বাস গ্ৰহণ কৰিব, কোন নাকে ত্যাগ কৰিব লাগে; তাৰ দিহা থিৰ কৰি লৈহে যোগ কৰে।

২। সৃষ্টিত.........বিকাশ। (৭২ পৃঃ ২য় দফা)

সঙ্কেত—সঞ্চিতৰ ফলতহে সংসাৰ খন ইমান জনবহুল, কৰ্ম্মময় আৰু বিনন্দীয়া হৈছে, সেইহে ভ্ৰূনহত্যা মহাপাপৰ বাবে ৰজায়ো অসন্তুক কঠোৰ দণ্ড দিয়ে।

৩। **উপাৰ্জ্জনৰ.........দুখীয়া।** (৭৩ পৃঃ ২য় দফা)

সঙ্কেত—উপাৰ্জ্জন সৰহ হলেও, যদি তেনেই বা সৰহকৈ খৰচ কৰে, অলপো নাসাঁচে, তেন্তে তেওঁ ধনী হ'ব নোৱাৰে, দৰিদ্ৰহে হ'ব, কিন্তু উপাৰ্জ্জন কম মানুহেও যদি কমকৈ খৰচ কৰে তেন্তে তেওঁও কিছু দিনৰ মূৰত ধনী বুলি খ্যাত হবই।

৪। **ৰঘুবংশৰ.........বলত।** (৭২ পৃঃ শেষ দফা)

সঙ্কেক—ৰঘুবংশৰ ৰজাসকলে নিজৰ বাবে বিশেষ খৰচ নকৰি ৰাজভড়াল পূৰ্ণ কৰি প্ৰজাৰ হিত সাধিছিল, প্ৰজাসকলেও তেওঁ লোকক ৰাজৰ্ষি উপাধি দিছিল।

৫। **সঞ্চয় নিয়মীয়া হোৱা উচিত।**

সঙ্কেত—হাত উদং কৰি খৰচ কৰিলে যেনেকৈ আকালৰ গৰাহত পৰিব লাগে, সজকৰ্ম্মৰ পৰা বিৰত হৈ বেজাৰ কৰিব লাগে, সমজুৱা কামত দিব নোৱাৰি অপমানিত হোৱা যায়, কটকিনা হলেও সজকৰ্ম্মৰ ভাগ লব নোৱাৰি সংসাৰৰ গঞ্জনা সহ্য কৰি, আপোন পৰিয়ালৰ নিন্দা গৰিহনাক সাৰটি ধৰি, নৰক যন্ত্ৰনা ভুগিবলৈ আছে।

## চমু টোকা সঙ্কেত আদি

১। পৰুৱাৰ পৰা সঞ্চয় সম্বন্ধে কি শিক্ষা পাব পাৰি?

সঙ্কেত—পৰুৱাই জাৰ কালি খাবলৈ, খৰকালিতে আহাৰ মজুত কৰি থয়, খাদ্য দ্ৰব্য এটাই পালেও এজাক মাতি খানি বাহলৈ নিয়ে। সঞ্চিত দ্ৰব্যত হাত নিদি বাহিৰতে বিচাৰি খায়।

২। গৰুৰ পৰা সঞ্চয় সম্বন্ধে পোৱা শিক্ষা?

সঙ্কেত—পথাৰত ঘাঁহ ছিঙ্গি পেটত ভৰাইলৈ ৰাতি গোহালিত

আৰাম কৰিব পাৰে, পোৱালীক খুউৱাৰ্ঁ উপৰিও মানুহকো অমৃত যোগায়।

৩। সঞ্চয়ৰ পৰা মানুহ দীৰ্ঘজীৱী হয় নে ?

সঙ্কেত—মানুহে কুম্ভক আদি যোগ কৰি বায়ু সঞ্চয় কৰাৰ পৰাই দীৰ্ঘ জীৱন লাভ কৰে।

৪। ব্ৰহ্মচৰ্য মানে কি ?

সঙ্কেত—যৌৱন অৱস্থাত শুক্ৰৰক্ষা কৰিব পাৰিলে, মানুহ ধাতু ঘটিত নানা ৰোগৰ-পৰা মুক্ত হয়, ইয়াৰ পৰাই শাৰীৰিক, মানসিক আৰু আধ্যাত্মিক শক্তি সঞ্চয় হৈ হৈ জগতত অলৌকিক কাম কৰিব পাৰে, দীৰ্ঘ কাল জীয়াই থাকি অক্ষয় কীৰ্ত্তি সচিব পাৰে, বীৰকুমাৰ ভীষ্মদেৱে মৃত্যুকো জয় কৰিছিল।

৫। ধনগুলৈ কি ?

সঙ্কেত—সাধাৰণতে আমাৰ সৰহভাগ মানুহে ভাবে যে, মানুহে আৰ্জ্জিত ধনৰ খৰচ কমাই বহুত ধন সাঁচি মাটিৰ তলত পুতি থয়, বহু দিনৰ মূৰত সেই ধনত কালিকা লাগিলে, তাত জুই জলে, সেই জুইকে প্ৰেতৰ জুই প্ৰেতমায়া বা গুলৈ বোলে।

**টোকা**—কিন্তু দৰাচলতে সি কথা নিছা, ধনত কি জুই জলিব ? বিচাৰিব জানিলে, থোৱা ঠাই ভুল নকৰিলে নাপাবৰ কি কাৰণ আছে ? ই আমাৰ কুসংস্কাৰ মাত্ৰ, ই যেনেদৰে যিমান কালৰ পৰা চলি আহিছে, সতকাই এৰাও টান। ধনগুলৈ সম্বন্ধে গ্ৰন্থকৰ্ত্তাৰ মত—

মৰাজন্তুৰ হাড়মূৰ, ছাই জাবৰ, বা আন কোনো দূষিত পদাৰ্থ, কিছুকাল মাটিৰ তলত পোতখাই থাকিলে তাৰ পৰা এবিধ গ্যাচ উঠে,

সেই গ্যাচত বতাহ লাগিলে জুই জ্বলে, যেনেকৈ কেঁচুৰ ৰসত জুই ওলায়, বতাহৰ গতি অনুসৰি সেই জুয়েও গতিকৰে, অৰণ্যে মানুহৰ গাত এই গ্যাচ লাগিলে অপকাৰ কৰিবও পাৰে।

৬। ব্যক্তিগত.........নোৱাৰে কিয় ? (৭৩ পৃঃ: শেষ দফা)

সঙ্কেত—ব্যক্তিৰ সঞ্চিত ধনে ব্যক্তিৰ মাত্ৰ গুণ সাধে, পৰিয়ালৰ অনিষ্ট কৰাৰ আটক নাই, কিন্তু ৰাষ্ট্ৰকোষৰ সঞ্চিত ধনে প্ৰজাৰ উপকাৰ কৰিবই, দেশৰ উন্নতি নহৈ নোৱাৰে।

৭। কৃপন-ধনীৰ পৰিণাম দেখুৱাই চিত্ৰ দিয়া।

সঙ্কেত—"চাইলক দি জ্যু"ৰ গল্পটি কোৱা।

৮। সাগৰৰ লগত সঞ্চয়ৰ সম্বন্ধ দেখুৱাই এটি চিত্ৰ অঁকা।

সঙ্কেত—বৰষুণৰ পানীয়ে পৃথিবী পখালি মলিমুলাবোৰ জানে জুৰিয়ে বোৱাই সি সাগৰত পেলায়, সূৰ্য্যৰ কিৰণে :সাগৰৰ নিৰ্ম্মল পানী আকাশলৈ তুলি মেঘ-সৃষ্টি কৰে, সাগৰত খাৰ থিনি পৰি থাকে, এই দৰে যুগ যুগান্তৰে খাৰ সঞ্চিত হৈ সাগৰৰ পানী লুনীয়া হৈ পৰিছে। সেই লোনা পানীকে উতলাই গোটা কৰি চাফ কৰি জগতৰ উপকাৰ সাধিছে। সঞ্চিতৰ মূল্য কিমান মহৎ !!

৯। কাউৰীৰ লগত সঞ্চয়ৰ সম্বন্ধ দেখুৱা ?

সঙ্কেত—কাউৰীয়ে কোনো খোৱা বস্তু পালে অলপ খাই অলপ সাঁচে, সেই দেখি সিহঁত বগলিৰ দৰে শুদাপেটে থাকিব লগা নহয়।

১০। অলাগতিয়াল বস্তু সঁচাৰ আৱশ্যক নাই ?

সঙ্কেত—যি বস্তু যাৰ ব্যৱহাৰত নাহে, তেনে বস্তু সি স্বাভাৱিকতে নাসাচে, আদৰ নকৰে, যেনে ম'ৰা চৰায়ে হীৰা ডোখৰ পায়ো বুটপি নললে,

আক্ষেপ সমাধান—

ধনঘটা উজু বথাহে টান, যাৰ উপাৰ্জ্জন যিমান তেওঁ সেই অনুপাতে খৰচ কৰা উচিত। 'সৰহকৈ উপাৰ্জ্জন হলেই মানুহৰ অভাৱ দূৰ নহয় যদিহে ওচমোচ নিবিচাৰি খৰচ কৰে।

মোৰ যি অৱস্থা সিহে ঈশ্বৰৰ অভিপ্ৰেত নহয়, তাকনো স্বীকাৰ কৰা যায় কেনেকৈ ? মই কিমানৰ যোগ্য তাক বুজিবৰ ক্ষমতা আৰু ধনৰ ব্যৱহাৰ দুইটাকে ভাল দৰে উপলব্ধি কৰা দৰ্কাৰ। নতুবা সুখৰ সংসাৰেই দুখদায়ক হয়।

---

## কৰ্ত্তব্য

সাৰ সংক্ষিপ্ত—

কৰ্ত্তব্যই সৃষ্টিৰ মূলীভূত কাৰণ। ইয়াৰ পৰাই সৃষ্টি বিকশিত হৈ আজিৰ বিনন্দীয়া ধৰাত উপনীত। মানৱ সমাজৰ উন্নতিও কৰ্ত্তব্যৰ ভেটীতে গঢ়িত। মহামহাপুৰুষ সকলৰ জীৱনী আলোচনা কৰিলে দেখা যায়, কৰ্ত্তব্যৰ সময়ত ভূত ভবিষ্যৎ ভাবিবৰো আৱশ্যক নকৰে।

কৰ্ত্তব্যত মাত্ৰ আমাৰ অধিকাৰ ফলত নাই, "কৰ্ত্তব্য সাধন পৰম সাধন" মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ অমূল্য মহামন্ত্ৰ আমাৰ পক্ষে এককালীন দান। আগ্ৰহক ইয়াৰ লগত সাঙুৰি ললে কৰ্ম্ম ফলপ্ৰদ হোৱাত ভয় নাথাকে।

কৰ্ত্তব্যত অধীৰ হোৱা লোকে বা সমাজে জগতত একো সুফলৰ আশা কৰিব নোৱাৰে। কৰ্ম্ম ফলৰ হাত এৰাবৰ কাৰো সাধ্য নাই; সজ কৰ্ম্মৰ সুফল, অসজ কৰ্ম্মৰ কুফল ভোগ কৰিবই লাগিব।

কৰ্ত্তব্যজ্ঞান সুদাসদী বস্তু নহয়, ইয়াৰ গুণতে একো একোখন দেশৰ স্বাধীনতা ৰক্ষা হয়, আৰু ইয়াৰ অভাৱতে স্বাধীনতা সূৰ্য্য অস্তমিত হয়। গতিকে ইয়াৰ শিক্ষাক হেয় কৰা অনুচিত।

## কঠিন শব্দ অৰ্থ ব্যাকৰণ আদি—

**কৰ্ত্তব্য**—কৃ+তব্য, কৰিবলগীয়া, নকৰিলেই নহয়। ছাত্ৰৰ অধ্যয়ন কৰ্ত্তব্য কৰ্ম্ম।

**আধাৰ**—আ—ধৃ+অচ, আহাৰ, যি ধাৰণ কৰে।

**কক্ষচ্যুত**—গতিপথ এৰা, লক্ষ্য ভ্ৰষ্ট হোৱা।

**অহোৰাত্ৰ**—অহঃ+ৰাত্ৰ ; দিনে নিশাই।

**জ্যোতিষ্ক মণ্ডলী**—পোহৰাই থকা উজ্জ্বল তৰাবিলাক।

**উদয়-অস্ত**—উদয়াস্ত—বেলিউঠা, বেলি পৰা।

**টোকা**—বহল পথাৰৰ মাজত থিয় হৈ চাৰিউফালে চালে আকাশখন মাটিত লাগি থকা যেন দেখি, সেই ঘূৰণীয়া সীমাক চক্ৰবাল বোলে পুৱা সেই চক্ৰবাল ভেদ কৰি সূৰ্য্য ওলায়, আবেলি সোমায়, ওলোৱা ঠাইকে উদয়াচল, উদয়গিৰি আৰু সোমোৱাকে অস্তাচল বা অস্তগিৰি বোলা যায়।

**প্ৰহৰ-সাপেক্ষ**—প্ৰহৰ যুক্ত, তিনি ঘণ্টাতে এক পৰ বা প্ৰহৰ, ৮ পৰে একদিন।

**কৰায়ত্ত**—কৰ+আয়ত্ত ; হাতৰ মুঠিত ৰখা, তলতীয়া কৰা অধীনত ৰখা।

**অব্যাহতি**—মেলানি, অৱসৰ, সকাহ, উৱাহ।

**জগত-সাক্ষী**—জগত জিলিকা, বিখ্যাত, অমৰ।

**কিংকৰ্ত্তব্যবিমূঢ়তা**—কি কৰা উচিত নজনা অৱস্থা।

**ফলপ্ৰসূ**—ফলৱতী, ফলদাতা।

**জগত**—গম+ক্যপ, সম্যক গমন কৰে দেখি পৃথিবীক জগত বোলে।

**কৰ্ত্তব্য-পৰায়ণ**—যি কৰ্ত্তব্যত আওহেলা নকৰে।

**গত্যন্তৰ**—গতি+অন্তৰ; উপায়, বুদ্ধি।

**হৃদয়ঙ্গম**—মনত ঠাই পোৱা, উপলব্ধি কৰা।

**অলঙ্কাৰ**—অলম্+কৃ+অল, যি শোভা বঢ়ায়।

**আত্ম-সাৎ**—আপোনাৰ বাবে ভৰা, গালৈ টনা।

**সুবিধাবাদী**—সুবিধা—বদ্+ণিন—সুৱিধা নহলে কাম কৰিব নোখোজা।

**অনুষ্ঠান**—অনু—ষ্ঠা+অনট; সজকৰ্ম্মৰ ভেঁটী।

**দুৰ্জ্জেয়**—দুঃ+জেয়; দুখেৰেও জয় কৰিব নোৱাৰা। অভেদ্য।

**শকুন্তলা**—শকুণ শগুণৰ তলৰ পৰা কণ্বমুনিয়ে উদ্ধাৰ কৰা ছোৱালী।

**টোকা**—শকুন্তলা জাৰজ সন্তান, প্ৰসৱ কৰিয়েই কোনোবাই হাবিত পেলাই দিছিল, শগুনে খাব খুজিছিল, এনেতে ফলমূলাহাৰী কণ্বমুনিয়ে দেখি বটুলি আনিলে। ঋষি পত্নীয়ে ডাঙ্গৰ দীঘল কৰি দুষ্মন্তক বিয়া দিয়ে।

**চৰিত্ৰাৰ্থ**—সকল, কামত লগা, পূৰ্ণমনোৰথ।

**অমোঘ বাণী সম্ভূত**——যাৰ স্খলন নাই, সত্য, সুফলপ্ৰদ।

সাদৃশ্য নাই—মিল নাই; একে নহয়।

পত্নী—পতি+ইন্—পতি আছে যাৰ।

কাল্পনিক—কল্প+ষ্ণিক ; মনেপতা, ভাবিলোৱা।

প্রত্যাখ্যান—প্রতি+আখ্যান ; ওভোতাই দিয়া।

প্রসস্ত হৃদয়—বহল মনৰ, উদাৰ ভাবৰ লোক।

অলকা পুৰীত—ফুলনি বাৰীত, স্বৰ্গত,

বিৰহ বেদনা—এৰি যোৱাৰ বাবে পোৱা দুখ।

লাঘৱ—লঘু+ষ্ণ ; পাতল, গধুৰ নহয়।

প্রাণবন্ত—প্রাণ+ৱন্ত, প্রাণথকা, সজীৱ।

বাৰ্ত্তাবহ—কটকী, পিয়ন, দূত, দাকোৱাল।

যক্ষ—কুবেৰ, কৃপণ মানুহ। কট্‌কিনা।

অভিজ্ঞান—মনত পেলোৱা আঙঠিটি, গিৰিয়েকে মৰমৰ চিন দিয়া।

মৰ্ম্মাহত—মৰ্ম্ম+আহত, দুখত লালকাল হোৱা, বেজাৰত তলযোৱা, বৰ শোক পোৱা।

মৃত্যুঞ্জয়ী—মৃত্যুক যি জয় কৰিব পাৰে, শিৱ।

সসাগৰা—সাগৰে সৈতে অব্যঃ ভাৱ সমাস। মাটি পানী সমস্ত পৃথিবী।

ঈশ্বৰ—ঈশ+বৰচ্, যাৰ ইচ্ছাত সৃষ্টি স্থিতি আৰু প্রলয় ঘটে।

নিৰ্ব্বাসিত—নিঃ+বাসিত দুখৰ ঠাই হাবি বা অচিনাকী ঠাইত ৰখা।

## কঠিন বাক্য অনুচ্ছেদৰ অৰ্থ—

কৰ্ত্তব্যই সৃষ্টিৰ আধাৰ। (৭৪ পৃষ্ঠা ১ম দফা)

অৰ্থ—আদি নিৰঞ্জনে যেতিয়া বিশ্বত একোৱেই নাছিল, সেই সময়তে প্রাণী সৃজন কৰা কৰ্ত্তব্য বুলিহে ব্রহ্মাদি জীৱৰ সৃষ্টি কৰিলে যাৰ পৰাই এই লোকপূৰ্ণ বিশ্ব দেখা গৈছে।

. চন্দ্ৰ সূৰ্য্যয়ো নিজৰ কৰ্ত্তব্য পালন কৰিহে নিজৰ কক্ষ পথত থাকি তাপ পোহৰ দি সৃষ্টি ৰক্ষা কৰিছে। প্ৰাণী জগতেও কৰ্ত্তব্য পালন কৰিহে সন্তানাদি লালন পালন কৰিছে। উদ্ভিদ্ জগতেও কৰ্ত্তব্যত আৰব্ধ হৈহে ফুলপাত ফলমুল ছাঁ দি সৃষ্টি ৰক্ষা কৰিছে।

২। **কৰ্ম্মশীল জগত কৰ্ত্তব্য পৰায়ণ।** ( ৭৪ পৃঃ শেঃ দফা )

—জগতৰ সকলোৱেই নিজ নিজ কৰ্ত্তব্য কৰাৰ কাৰণেই হে সৃষ্টি তৈয়াৰ হৈছে পালিত হৈছে আৰু সংহাৰনো সাধিত হৈছে।

৩। **কৰ্ত্তব্যৰ শাসন অতি কঠোৰ।** ( ৭৪ পৃঃ ২য় দফা )

অৰ্থ—কৰ্ত্তব্যৰ জ্ঞানী লোক কৰ্ত্তব্য পালন কৰোঁতে অতিপাত দুখ-কষ্ট সহ্য কৰিব লগা হোৱা দেখা যায়, আত্ম-বলিদান কৰাও সম্ভৱপৰ হৈ উঠে।

৪। **জগত সাক্ষী......নাপায়।** ( ৭৫ পৃঃ ১ম দফা )

অৰ্থ—কৰ্ত্তব্যজ্ঞানী হব খুজিলে কৰ্ম্মকুশলতা গুন আৰ্জ্জি নললে কৰ্ম্ম থলীত বিমোৰত পৰিবলৈ ও আছে, কুৰুক্ষেত্ৰযুদ্ধত অৰ্জ্জুনৰ যি গতি হৈছিল। শ্ৰীকৃষ্ণৰ সহায় নোপোৱা হলে অৰ্জ্জুন কৰ্ত্তব্যৰ পৰা পিছলিবৰে সম্ভৱ হৈছিল।

৫। **মানৱ সমাজৰ......পালনত।** ( ৭৬ পৃঃ ২য় দফা )

অৰ্থ—এটা জাতিৰ উন্নতি হবলৈ সেই জাতিৰ প্ৰত্যেক মানুহেই নিজ নিজ কৰ্ত্তব্য ভালকৈ বুজিলৈ, তাক আগ্ৰহেৰে পালন কৰিব লাগিব, তেনেকৈ এটা পৰিয়ালেও নিজ কৰ্ত্তব্য আগ্ৰহেৰে পালন কৰিহে জাতিৰ উন্নতি কৰিব পাৰিব, নতুবা বগীয়া-বগীত যেনেকৈ এখন ঘৰ আন্ৱান হয়, একোটা জাতিও সেইদৰে ধ্বংশৰ মুখলৈ যোৱা দেখা যায়।

৬। কৰ্ত্তব্য পালন……জয়লাভ। (৭৭ পৃঃ শেঃ দফা)

অৰ্থ—যি জাতিৰ লোক ঘাইকৈ নেতাসকল কৰ্ত্তব্যজ্ঞানী সেই জাকিত কোনো বিপদ আপদে পৰ্শিব নোৱাৰে, কোনোৱে বশীভূত কৰিব নোৱাৰে চিৰকাল স্বাধীন হৈ থাকে।

৭। গীতাৰ স্ব-ধৰ্ম্ম……আছো। (৭৯ পৃঃ শেঃ দফা)

অৰ্থ—কুৰুক্ষেত্ৰযুদ্ধত ভগৱান শ্ৰীকৃষ্ণে অৰ্জ্জুনৰ শঙ্কা দূৰ কৰিবলৈ যিবোৰ লাগতিয়াল কথাৰে অৰ্জ্জুনক বুজনি দিছিল, সেয়ে গীতা তাত স্ব-ধৰ্ম্ম মানে জাতিৰ কৰ্ত্তব্য কৰ্ম্মকে স্ব-ধৰ্ম্ম বুলিছে যি জাতিৰ যি কৰ্ত্তব্য তালৈ আওহেলা কৰাই স্ব-ধৰ্ম্ম ত্যাগ।

৮। নৈতিক কৰ্ত্তব্যই……যায়। (৭৯ পৃঃ ২য় দফা)

অৰ্থ—নৈতিক ক্ষেত্ৰত কৰ্ত্তব্যৰ ঠাই বৰ মনোৰম। পুৰাণৰ মাজেদি দেখা যায় একো একোজন পুৰুষে নিজৰ কৰ্ত্তব্য সাধন কৰিবলৈ যাওঁতে আন বহুতো প্ৰবৃত্তিকে বাদ দিব লগীয়া হয়, গতিকে আগ্ৰহৰ দৰে ত্যাগকো কৰ্ত্তব্যৰ লগৰীয়া কৰি লোৱা নিতান্ত উচিত।

## চমু টোকা সঙ্কেত আদি

১। কুৰুক্ষেত্ৰ যুদ্ধত অৰ্জ্জুন কিয় বিমোৰত পৰে ?

**সঙ্কেত**—কৰ্ত্তব্য পালনেই যে স্বধৰ্ম্ম, তাক অৰ্জ্জুনে তেতিয়ালৈকে ভালকৈ বুজা নাছিল।

২। কাৰ কি ধৰ্ম্ম তাক কৰ্ত্তব্যই নিশ্চয় কৰি দিয়ে কেনেকৈ ?

**সঙ্কেত**—ঢৌৰ ধৰ্ম্ম সাগৰত লীন যোৱা, এই কৰ্ত্তব্য সাধিবলৈ নৈয়ে গাওঁ ভূঁই উটাই বুকুত সাৱটি লৈ একেৰাহে অবিৰাম গতিৰে বৈ যাব লাগিছে।

৩। ইংৰাজ সকল কি মহাগুণেৰে শাসক হব পাৰিছে ?

**সঙ্কেত**—ইংৰাজ সকল প্ৰায় প্ৰত্যেকেই কৰ্ত্তব্যজ্ঞানী লোক, তেওঁলোকে নিজৰ কৰ্ত্তব্য নিয়াৰিকৈ পালন কৰে, সেই দেখি তাকৰীয়া মানুহ হৈয়ো পৃথিৱী শাসন কৰিবলৈ সমৰ্থৱান হৈছে।

**সমাধান আক্ষেপ**—

স্বাধীন যুগত আমাৰ দেশৰ মানুহ যে কৰ্ত্তব্যজ্ঞানী আছিল, তাক লাছিতৰ জীৱনী, মুচলমানৰ আক্ৰমণ কাহিনী ইত্যাদিয়ে সাক্ষ্য দিয়ে। কিন্তু হায় বিদেশীৰ শাসনলৈ অহাৰে পৰা আমাৰ কৰ্ত্তব্য জ্ঞানেও লুকালুকী খেলিবলৈ ধৰিছে।

আজি আমি পৰম ভাগ্যে স্বাধীনতা ঘূৰাই পাইছোঁ, এনে সময়ত কৰ্ত্তব্য জ্ঞানলৈ আওকান কৰিলে নচলিব। নিজৰ সমাজক নিজে হিংসা, খিয়াল, কপট আদিৰ পৰা উদ্ধাৰ কৰিবৰ হ'ল। "আপোনাৰ নাক কাটি সতিনীৰ যাত্ৰাভঙ্গ" কৰা দস্তুৰ এৰিবৰ হ'ল।

দেশীয় ভাইক, দেশীয় মাতৃক, দেশীয় ভাষাক, দেশীয় আহাৰক, দেশীয় আচাৰ পদ্ধতিক আদৰ কৰিব লগীয়া হ'ল। নতুবা কেৱল হাইকোৰ্ট, বিশ্ব-বিদ্যালয়, ইত্যাদিয়েই জাতিৰ গৌৰৱ ৰক্ষা নকৰিব।

---

# নিন্দা

সংক্ষিপ্ত সাৰ—পৰনিন্দা কৰা জন খঙালৰ দৰেই দুৰ্ভগীয়া। নিন্দুকে আত্ম-পৰীক্ষা কৰিব নোৱাৰে, আচলতে চৰিত্ৰহীন মানুহেই পৰক নিন্দা কৰে। চৰিত্ৰৱান লোকে লোকক নিন্দা নকৰে বৰং নিজকহে দোষী বুলি কয়।

নিন্দা সমাজৰ সংক্ৰামক ৰোগ ই মানুহক বেজাৰ দিয়ে যেনেকৈ, আনন্দও দিয়ে তেনেকৈ, অপকাৰ কৰাৰ দৰে স্থলবিশেষে উপকাৰো কৰে।

পৰনিন্দাৰ ভেটিতে আত্ম-শ্লাঘাৰ নিৱাস। পৰনিন্দাই আত্ম-প্ৰবঞ্চনাও আনি দিয়ে।

চন্দ্ৰতো কলঙ্ক আছে, মুনিৰো মতিভ্ৰম ঘটে, তীৰ্থস্থানতো গেলেকানি থাকে, সেই বুলি চৰিত্ৰহীন জনেহে ভাল অংশলৈ চকু নিদি কেৱল বেয়াখিনি চায়। অধমে গুণকো দোষ, মধ্যমে গুণক গুণ আৰু দোষক দোষ, উত্তমে দোষকে গুণ বুলি ধৰে, দোষ যদি দেখে নিজৰহে।

মহাত্মা সকল নিন্দা প্ৰশংসাৰ অতীত। তেওঁলোকৰ মনত সুখ-দুখ, ভাল-বেয়া, বেজাৰ-আনন্দ, নিন্দা-স্তুতি, আনকি জন্ম-মৃত্যুৰো ভেদ নাই। সকলো অৱস্থাতে নিৰ্বিকাৰ।

## কঠিন শব্দাৰ্থ আৰু ব্যাকৰণাদি

তীব্ৰ—চোকা, তীক্ষ্ণ, অসহ্যজনক।

অদ্বিতীয়—ন+দ্বিতীয়; প্ৰথম, প্ৰধান, ঘাই।

প্ৰতিভা—প্ৰতি—ভা+আ ; পোহৰ, দীপ্তি।

সৌম্য মূৰ্ত্তি—গহীন ; নিৰ্ব্বিকাৰ।

গ্ৰহণ—গ্ৰহ+অন ; গ্ৰাস কৰা, লোৱা।

অতল স্পৰ্শী—তলিলৈকে ঢুকি নোপোৱা।

গঞ্জনা—নিন্দা, তিৰস্কাৰ, গঞ্জন+আ।

নিন্দা—নিন্দ+অ ; পৰৰ দোষ কোৱা।

আত্ম-পৰীক্ষা—নিজক জনা, দেহ-তত্ত্ব।

জ্ঞানী—জ্ঞা—ণিন ; জনাশুনা, বিবেচক।

সংক্ৰামক—সোঁচৰা, বিয়পি যোৱা।

পদ্ম-লোচন—পদ্ম শদৃস লোচন যাৰ—শ্ৰীকৃষ্ণ, বহুব্ৰীহি সমাস। পদুমৰ দৰে চকু।

কুৰঙ্গ নয়নী—কুৰঙ্গ—পহুৰ চকুৰ দৰে চকু যুৰি যাৰ তেনে ছোৱালী।

আত্ম-প্ৰৱঞ্চনা—২য়া তৎপুং সমাস ; আত্মক-প্ৰৱঞ্চনা, নিজক-ঠগা।

আত্ম-শ্লাঘা—নিজক নিজে ভাল বোলা।

কাম্য—কাম্—য ; কামনাৰ, আশাৰ।

ৰসাল—ৰস্—আল, ৰসযুক্ত, ৰসিক।

উদগীৰণ—উকুলিউৱা, বটিয়াই দিয়া, উলিয়াই দিয়া।

চাঞ্চল্য—চঞ্চল—ষ্ণ্য—চঞ্চলতা, অথিৰতা।

আপ্লুত—মগ্ন, অধীৰ, অধৈৰ্য্য, আত্মহাৰা।

প্ৰত্যক্ষ—প্ৰতি—অক্ষ ; চকুৰ আগতে, সাক্ষাত।

নিৰ্ব্বিকাৰ—নিঃ—বিকাৰ ; দুখত সেও নোহোৱা, আনন্দত অধীৰ নোহোৱা, সমভাব।

**আত্ম-তুষ্টি**—ঈশ্বৰে যি অৱস্থাতে থয়, তাতে সন্তুষ্ট থকা, বহুতলৈ আশা নকৰা।

**আত্মানুভূতি**—নিজক নিজে বিনা, জগতকে নিজৰ দেহাতে দেখা।

**ব্রহ্মানন্দ**—ব্রহ্ম—আনন্দ; যি জ্ঞানী, যি ঈশ্বৰৰ মহিমা কাৰ্য্য বুজে তেওঁ সদায় সন্তুষ্ট।

**আহৰণ**—আ—হৃ—অনট্; সংগ্রহ, গোটোৱা।

**অতর্কিতে**—গম নোপোৱাকৈ, তলকিব নোৱাৰা অৱস্থাত, হঠাতে।

## কঠিন বাক্য আৰু অনুচ্ছেদৰ অৰ্থ

১। **জগতত অনেক.........পৰিছিল।** (৮০ পৃঃ ১ম দঃ)

**অৰ্থ**—গ্রন্থকৰ্ত্তাই নিন্দাৰ ফলত হোৱা অপকাৰৰ পটন্তৰ দিবলৈ গৈ প্রকাশ কৰিছে, যে, জগতত যি সকল লোক খ্যাতনামা, যাৰ জ্ঞানৰ বলত জগতে জ্ঞানৰ পোহৰ পায়, তেনে একোজন নিন্দুকৰ নিন্দাত বেজাৰ পায় আৰু কৰ্ত্তব্যৰ সময়ত কোঁচ মোচ খাই পৰাও দেখা যায়।

**টোকা**—বিশ্বকবি ৰবীন্দ্রনাথ ঠাকুৰে নানা কাৰণত পৰি এবাৰ বঙ্গ সাহিত্য সম্মিলনৰ সভাপতি পদ গ্রহণ কৰিব নোৱাৰা বাবে, তেখেত বহুতৰ নিন্দা শুনিবলৈ বাধ্য হৈছিল, আৰু বেজাৰ মনেৰে কৈছিল—যে, "মোক মোৰ দেশৰ লোকসকলে সহজে ক্ষমা নকৰে"।

২। **নিন্দা সমাজৰ কেনে সংক্রামক ৰোগ!**

**অৰ্থ**—সংক্রামক ৰোগে যেনেকৈ কাৰো মুখলৈ নাচায়, অপকাৰ মাত্র কৰে; নিন্দায়ো সেইদৰে দোষী নিৰ্দ্দোষী বিচাৰ নকৰি হকে যিহকে মানুহক বেজাৰ দিবলৈ চায় মাত্র।

৩। প্ৰশংসা.........হয়। (৮২ পৃঃ ১ম দফা)

অৰ্থ—যি মানুহক কেতিয়াও কোনেও প্ৰশংসা নকৰে, তেওঁ লোককো প্ৰশংসা কৰিব নোৱাৰে, বৰং ছল পালেই নিন্দাহে কৰে। লোকৰ ভালটি দেখিব নোৱাৰিলে বেয়া কৰিবলৈ মনযোৱা স্বাভাবিক।

৪। পৰনিন্দা.........আহি পৰে। (৮২ পৃঃ ২য় দফা)

অৰ্থ—দোষীজনে লোকৰ দোষ দেখে, নিৰ্দ্দোষী জনে লোকৰ দোষ দেখুৱালেও নেদেখে, গতিকে যি লোকক নিন্দা কৰে, তেওঁ নিজৰ দোষকো গুণবুলি হে ধৰে, নিজৰ গুণ নিজে কোৱাকে আত্ম শ্লাঘা কৰা বোলে, ই অতি দোষণীয়, ইয়াৰ প্ৰায়চিত্ত আত্ম-জ্ঞানৰ বাহিৰে আন একোৱেই নহয়।

৫। নাহাঁহিবি মোক খচৰিব তোক"।

অৰ্থ—যেতিয়া এজনে কোনোক নিন্দা কৰে, তেতিয়া নিন্দুকৰ গাৰ দোষ দেখুৱাই কোৱা যায় যে, তোমাৰ গাত দোষ নাই, কেৱল লোকৰ গাৰ দোষলৈহে চকু দিছা, আমাৰ গাত দোষ আছেই থাকিবও গতিকে পৰনিন্দা পাপ নকৰি পবিত্ৰ হৈ থকাই ভাল।

৬। মহাত্মা সকল নিন্দা প্ৰশংসাৰ অতীত।

অৰ্থ—জ্ঞানী লোকক লোকে নিন্দা কৰক বা প্ৰশংসা কৰক সদায় একে অৱস্থাতে থাকে, কিয়নো তেওঁলোকে আত্মতত্ত্ব বুজিব পাৰি সকলো প্ৰাণীকে নিজৰ দৰেই ভাবে।

৭। নিন্দুকৰ......পেলায়। (৮৪ পৃঃ শেষ দফা)

অৰ্থ—যি লোকক নিন্দামাত্ৰ কৰে, কেতিয়াও প্ৰশংসা কৰিব নোৱাৰে, তেওঁলোক সদায় অসন্তুষ্ট, মনক সন্তোষ দিব নোৱাৰা বাবেই লোকক নিন্দাকৰি প্ৰতিকাৰ আৰ্জ্জে, এজনৰ প্ৰতি বা কেনেকৈ প্ৰতিশোধ লব, এনেবোৰ ভাবে অন্তৰ সদায় পুৰিদেই ছাই কৰে।

## চমু টোকা সঙ্কেত আদি

১। কোচবিহাৰৰ বিৰাট সভাৰ মাজত কেশবচন্দ্ৰ সেনক কেনে দেখা হৈছিল, তেনে দেখাৰ কাৰণ বা কি?

**সঙ্কেত**—কোচবিহাৰত বহা সেই বিৰাট সভাৰ উদ্দেশ্য আছিল কেশৱ সেনক গৰিহনা দিয়া, কিন্তু সেই কাম যে বেয়া, তাক সকলোৱে জানিছিল, গতিকে সেই কাম কৰিবলৈ অনেকে বেয়া পাইছিল, কিন্তু কেশৱচন্দ্ৰই বেজাৰ বা আনন্দ একোকে পোৱা নাছিল, তেওঁ সৌম্যমূৰ্ত্তি ধৰি আছিল।

২। মহাত্মা······পটন্তৰ দিয়া।

**সঙ্কেত**—ভাৰতৰ বৰলাট লৰ্ড হাৰ্ডিঞ্জৰ দিনতে স্বৰাজ সম্বন্ধে আলোচনা কৰিবলৈ মহাত্মাক বৰলাটে মাতি নিছিল, আলোচনা শেষ হোৱাৰ পাছত কি আলোচনা হ'ল কিছুমান প্ৰজাই জানিবলৈ মন কৰিলে, মহাত্মাই এতিয়া কবৰ সময় নহয় বুলি কোৱাত, প্ৰজাসবে মহাত্মাক অবিশ্বাস কৰি শিলগুটি দলিয়াবলৈ ধৰিলে। তেতিয়াও তেখেতে খং বা বেজাৰ নকৰি হাঁহি হাঁহি কৈছিল বোলে "মোৰ গালৈ দেৱতাসকলে পুষ্প বৰিষণ কৰিছে"।

৩। ৰসাত্মক বাক্য যি দৰে কাব্য, টেঙামাত সেই দৰে নিন্দা কথাষাৰ বুজাই দিয়া।

**সঙ্কেত**—সামান্য কথা এটিকে নানা অলঙ্কাৰেৰে ৰসাল কৰি ছন্দ লগাই লিখিলেই যেনেকৈ কাব্য হয়, সেইদৰে বেজাৰ পোৱাকৈ কোৱা সৰুসুৰা কথাও নিন্দা কৰাই হয়।

৪। নিন্দুক ফেঁটি সাপৰ দৰে তালৈ সকলোৱে ভয় কৰে।

**সঙ্কেত**—ফেঁটী সাপে যেনেকৈ কাকো খুটিবলৈ নাপালে নিজকে খোঁটে, সেইদৰে যি কাকো নিন্দা কৰিবলৈ ছল নাপায়, নিজৰ পৰিয়ালকে নিন্দাকৰি হেঁপাহ পলুৱায়।

৫। নিন্দুকৰ মুহুদি নিন্দাবাদ।

**সঙ্কেত**—ভাত জলপান খোৱাৰ পাছত, মুখ ৰুচিৰ বাবে, পিত্ত সামৰিবৰ বাবে, আলাস্কু, মছলা বা তামোল খোৱাৰ অভ্যাস, নিন্দুকেও সেইদৰে নিন্দাৰ গুদ্ গুদনি মাৰ নিয়ায় লোকক নিন্দাকৰি, তেহে শান্তি পায়।

**সমাধান আক্ষেপ**—

আমাৰ অসজ মনোবৃত্তিবোৰৰ ভিততৰে নিন্দাও এটা দোষণীয় বৃত্তি। কবলৈ দুখলাগে, জনাই নজনাই সাহিত্যালোচনা কৰিবলৈ যাওঁতে আমাৰ জনাবুজা কিছুমান লোকে নিন্দা মাত্র কৰে, কথা কলেও নিন্দাকৰে, ধনীলোকে কৰা কাম, কোৱা কথা বেয়া হলেও ভাল, এনে অন্ধ বিশ্বাস আমাৰ সমাজৰ পৰা সোণকালে বাদ দিব লাগে।

অৱশ্যে অনেক সময়ত নিন্দুকে সমাজক সজ পথলৈকো নিয়ে, শুকৰে যেনেকৈ গাওঁ পবিত্র কৰে, নিন্দুকে সেইদৰে দোষীৰ গাৰ নিজে নেদেখা দোষ দেখুৱাই দিয়ে মানে ধুই পথালি পবিত্র হবলৈ উপায় দিয়ে।

---

# সাহস

**সংক্ষিপ্ত সাৰ—**

সাহপিত বুকুডাঠ বীৰৰ লক্ষণ, সাহ ব্যক্তিগত গুণ যদিও জাতিগত হোৱাও দেখা যায়। যি মানুহৰ শৰীৰ বা মনৰ বল বেছি তেঁৱেই সাহসী, তদুপৰি সৰুৰে পৰা সাহ বঢ়োৱা মাক বাপেক বা অভিভাবকৰ পৰাও সাহসত জিপনি পৰে।

সদ্‌সাহে উদগতিত সহায় কৰে, কিন্তু অসৎসাহে মানুহক বিপদত হে পেলায়। জাতীয় ভাৱ, কৰ্ত্তব্যবোধ আদিৰ উদগনিত সাহসৰ কাৰ্য্য দেখা যায়, বাঘে বন্দুকৰ আগত বুকুপাতি দিয়াটো আচল সাহসৰ কাম নহয়।

জাতিৰ বৈশিষ্ট একেটাই জাতিক আগবঢ়ায়, যি জাতিতে এনে বিশিষ্ট লোকৰ সংখ্যা সৰহ, সেই জাতিয়েই জগতত বীৰ জাতি বুলি পৰিগণিত হয়।

## শব্দাৰ্থ আৰু ব্যাকৰণ

**সিদ্ধি**—সিদ্ধ+ক্তি ; সকল মনোৰথ।

**মৰসাহ**—আগপিচ নাভাবি কামত ধৰা, সাতুৰিব নাজানি পানীত জাপ দি পানীত পৰা মানুহক উদ্ধাৰ কৰা

**বৰালী বুকুৱা**—সাহকম, ভয় পাতুৰা' লেৰেলা।

**অৰক বৰক**—হাত ভৰি কঁপা অৱস্থা।

**পকনীয়া**—সোতঁৰ বেগত নৈৰ পানীৰ মাজত হোৱা গাতঁ বিশেষ সোতঁৰ যুঁজ।

ভয়াতুৰ—ভয়+আতুৰ—ভীত, ভয়পচুৰা।

সুস্থতা—সুস্থ+তা ; নিৰুজ অৱস্থা।

আগ্ন—অগ্র+তি, যাৰ আগ আছে, যি আগ বাঢ়ি যায়।

নিষ্কলঙ্ক—নিঃ+কলঙ্ক ; দোষহীন, দাগ নথকা, চেকা নলগা।

আতঙ্ক—শঙ্কা, ভয়, দুৰ্ব্বলতা।

শত্রু—শক্+ৰক্—যি অপকাৰ কৰে।

শ্রেণী—শ্ৰী+নি ; জাতি, শাৰী, লানি।

সৈনিক—সেনা+ষ্ণিক ; সেনাপতি, সেনানায়ক।

ৰনোন্মত্ত—ৰণ+উন্মত্ত, যুদ্ধত বাউল, আপোন পাহৰা হোৱা।

বৈশিষ্ট্য—বিশিষ্ট+ষ্ণ্য ; বিশেষ গুণ।

বলীয়ান—বল+ঈয়ান ; বলী, বলথকা।

প্রতীক—মূল, গুৰি, উৎপত্তি স্থল।

ৰাজন্যবৰ্গৰ—ৰাজা সকলৰ।

জীৱন্ত—জীৱ+অন্ত ; জীৱথকা, সজীৱ।

অনুপ্রাণিত—অনু—প্ৰাণ+ইত—মতত চলা একে পথৰ পথিক।

## কঠিন বাক্য আৰু অনুচ্ছেদক অৰ্থ

১। সাহসী মানুহৰ মন বিপদত অস্থিৰ নহয়।

অৰ্থ—লাছিত বৰকুকনৰ দেশৰ প্রতি একান্ত অনুৰাগ থকাৰ বাবেই সাহ বাঢ়িছিল, সেই সাহৰ বলতে সন্নিপাত জৰৰ গায়েই নাৱত উঠি মোগলৰ লগত যুদ্ধ কৰিব পাৰিছিল।

২। চৰিত্ৰ নিষ্কলঙ্ক......কৰিছিল। (৮৬ পৃঃ ১ম দফা)

অৰ্থ—যি জাতিয়ে ভৌগলিক বা ঐতিহাসিক কোনো উদগনিত পৰি মনোবলত বলীয়ান হয়, সেই জাতিয়েই নিজক উদ্ধাৰ কৰিবলৈ

মৰোজীও সোআধিকৈ কাম কৰা দেখা যায়। সেই জাতিয়েই বীৰ জাতি বুলি জগতত যশস্যা লাভ কৰে।

৪। শাৰীৰিক বল......নহয়। (৮৮ পৃঃ ২য় দফা)

**অৰ্থ**—মনৰ বল নহলে কেৱল শৰীৰৰ বলেৰে কোনো কামৰ সুফল লাভ নহয়। পেটত ভয় ৰাখি আগবঢ়া সেনাই চল পালেই পলাবলৈ বা মৃত্যুৰ মুখত পৰিবলৈ সৰহ পৰ নালাগে।

৫। গড়গঞা কটাৰীৰ ডাবেও কাটে।

**অৰ্থ**—আহোম ৰজা সকল অসীম সাহসী যোদ্ধা আৰু কঠোৰ পৰিশ্ৰমী আছিল, তেওঁলোকৰ ৰাজধানী আছিল গড়গাঁৱত, ৰাজধানীৰ পৰা ৰজাই যি হুকুম দিয়ে তাক অচীৰে পালন কৰে, নহলে তুৰি-মুৰি কৰিলে ৰজাঘৰে সুদাই নেৰে।

## চমু টোকা সঙ্কেত আদি

১। সীতাদেবীয়ে কি গুণৰ দ্বাৰা অগ্নিত জাপ দিবলৈ সাহ কৰিছিল?

**সঙ্কেত**—সীতাদেবীৰ নৈতিক বল বৰ বেছি আছিল, স্ত্ৰীজাতিৰ ঘাই গুণ সতীত্ব ৰক্ষা ইয়াকে তেওঁ ভালকৈ প্ৰতিপাল কৰিছিল, সেই গুণেই অগ্নিত জাপ দিবলৈ সাহ কৰিছিল, আৰু ৰক্ষাও পৰিছিল।

২। ঘাতকে মহম্মদক তৰোৱাল দেখুৱাই ভয় খুউৱাত তেওঁ কি কৈছিল?

**সঙ্কেত**—আৰবত যেতিয়া মহম্মদে পুতলা পূজাৰ বিৰুদ্ধে মত প্ৰচাৰ কৰে, তেতিয়া অনেক শত্ৰুৱে তেওঁক মাৰি পেলাই পূৰ্ব্বৰ মতকে বাহাল ৰাখিবলৈ চেষ্টা কৰিছিল। এদিন কেইজন মান মানুহে

মহম্মদক অকলে পাই কাটিবলৈ উদ্যত হৈছিল। "মই অকলশৰীয়া নহওঁ" এই বুলি সাহ দেখুৱাইছিল অৰ্থাৎ মোক ঈশ্বৰে ৰক্ষা কৰি ফুৰিছে। এনেকথাই মহম্মদক ঘাতকৰ হাতৰ পৰা ৰক্ষা কৰিছিল।

৩। কি গুণৰ দ্বাৰা সাবিত্ৰীয়ে সত্যৱানক মৰাৰ পৰাও জীয়াব পাৰিছিল ?

**সঙ্কেত**—যি যমৰ নামত মানুহৰ বুকু কঁপে, তেনে যমৰ আগত থিয় হৈ তৰ্ক কৰিবলৈ সাহসী হৈছিল একমাত্ৰ নৈতিক বলত বলীয়ান হৈয়ে। সত্যৱানে খৰি কাটিবলৈ যাওঁতে হাবিতে প্ৰাণত্যাগ কৰে, সাবিত্ৰীয়ে এই কথা আগতে জানি থৈছিল গতিকেহে স্বামীৰ লগত অৰণ্যলৈ গৈছিল। সত্যৱান মৰাৰ পাছত তেওঁৰ শ-টো সাবিত্ৰীয়ে কোলাত লৈ কান্দি আছিল, এনে সাহস দেখি যমে শ নিবলৈ সাহ নকৰিলে। সাবিত্ৰীক আঁতৰি দিবলৈ কলে, সতী সাবিত্ৰীয়ে যমলৈ অকনো ভয় নকৰি মৰাশ যে এৰি নিদিলেই বৰং স্বামী দানহে ভিক্ষা খুজিলে। বপুৰা যমে উপায় নেদেখি পুত্ৰৱতী হবলৈ সাবিত্ৰীক বৰ দিলে, কিন্তু "স্বামী হীন পত্নীৰ পুত্ৰ হয় কেনেকৈ" এই প্ৰশ্নই যমক দোধোৰমোৰত পেলালে, শেষত যমে বাক্যত বিক্ৰীত হৈ সত্যৱানক জীৱন দান কৰি সাবিত্ৰীৰ মনোবাঞ্ছা সিদ্ধি কৰিলে। নৈতিক বলৰ জলন্ত দৃষ্টান্ত ইয়াতকৈ আৰু কি হব পাৰে !

৪। নৈতিক আৰু আধ্যাত্মিক বলত সাহসৰ ঘনিষ্ট সম্বন্ধৰ আদৰ্শ দিয়া।

**সঙ্কেত**—মহাপুৰুষৰ শ্ৰীশঙ্কৰদেৱৰ শাৰীৰিক মানসিক আৰু আধ্যাত্মিক বল যথেষ্ট আছিল, সেই গুণেই তেখেত আহোম ৰজাৰ "হাতী পলোৱা" দোষত দোষী হৈয়ো প্ৰাণদণ্ড আদেশৰ পৰাও অব্যাহতি পাইছিল।

মহাপুৰুষক মাধৱ আৰু হৰি জোঁৱাই সহ যিটো ঘৰতে বন্দী কৰি থৈছিল, তাৰে পৰা চাওদাঙে মাধৱ আৰু হৰিক কাটিবলৈ উলিয়াই বান্ধি নিলে, কিন্তু শঙ্কৰ গুৰুক নাপালে, অথচ গুৰু হেনো তাতেই আছিল। শ্ৰীশঙ্কৰৰ নৈতিক বলত আগৰ কটোৱালৰ শৰীৰৰ পাশৱিক বলে কিমান কাম কৰিব! ধৰি নিয়া দুজনৰ হৰিক কাটি নৈত উটাই দিলে, মাধৱক কাটিবলৈ সাহ নহল গতিকে অব্যাহতি দিলে।

৫। সাহসী মানুহ বিপদত অস্থিৰ নহয় ইয়াৰ এটি ভাল পটন্তৰ দিয়া।

**সঙ্কেত**—কুৰুক্ষেত্ৰ যুদ্ধত সপ্তৰথী সেনাৰ লগত হঠাতে যুদ্ধ কৰিব লগা হোৱাত, সেনাপতি নাইকিয়া হ'ল। মহাসাহসী অৰ্জ্জুনৰ সুপুত্ৰ ১৩ বছৰীয়া অভিমন্যুৱে সাহ কৰি আগবাঢ়ি ওলাল। তেওঁৰ অপৰিসীম সাহ দেখি বিপক্ষৰ বীৰ সকলে স্তব্ধ মানিলে অথচ দুগুণ উৎসাহেৰে যুদ্ধকৰি অভিমন্যুক বধ কৰিলে। কিন্তু অভিমন্যুৰ এই সাহসৰ কথা জগত জিলিকা হৈ ৰ'ল।

৬। "তেওঁ সাক্ষাত ৰণচণ্ডী কোঁচ পাতি গুলিবোৰ ধৰিছে" এই কথাৰ চমু টোকা দিয়া।

**সঙ্কেত**—কীৰ্ত্তি বৰবৰুৱাই ৰাঘৱক চমটাৰ কোব মৰা বাবে, মৰান বংশক ৰাজঘৰীয়া কৰ্ম্মচাৰীয়ে অপমান কৰা বাবে ৰাধা-ৰুক্মিণীৰ অন্তৰত প্ৰতিহিংসাৰ জুই জ্বলি উঠিছিল, সেই জুয়েই আহোম ৰাজ্যক পুৰিদেই ছাৰখাৰ কৰিছিল। ৰাজ সেনাৰ লগত মোৱা-মৰীয়াৰ তুমুল যুদ্ধ হ'ল ৰাধা ৰুক্মিণীয়ে অসীম সাহেৰে যুদ্ধ কৰাৰ কথাকে যুদ্ধথলীতে এই দৰে প্ৰকাশ কৰিছিল।

৭। থল বুজি সাহ বাঢ়ে বা কমে, ইয়াৰ এটি পটন্তৰ ডাঙ্গি ধৰা।

**সঙ্কেত**—সোণৰ লগত পৰি কাঁচেও উজ্জ্বল বৰণ ধৰে, ছাইৰ লগত থোৱা সোণকো ছাই বুলি ভ্ৰমত পৰিব লগা হয়।

লৰাকালতে বিশ্বামিত্ৰই এদিন ৰাম লক্ষ্মণক তেওঁৰ আশ্ৰমলৈ লৈ গৈছিল। তেওঁলোক অৰণ্যৰ মাজৰ এটি তিনিমুৰী বাটত উপস্থিত হৈ, তাৰকা ৰাক্ষসীৰ ভয়ত যেতিয়া চমুবাটে নগৈ দূৰনি বাটে যাবলৈ মুনিয়ে মত প্ৰকাশ কৰিলে, তেতিয়া ৰামে নিৰ্ভয় দিয়াত বিশ্বামিত্ৰই সাহকৰি ৰাক্ষসী থকা বাটেই গ'ল, আৰু ৰাক্ষসীয়ে আক্ৰমণ কৰিবলৈ অহাত তাইক শৰ মাৰি ৰামে বধ কৰি সেই পথ নিষ্কণ্টক কৰিলে।

**সমাধান: আক্ষেপ**—

মানৰ দিনৰ কথা কলে এতিয়া অসমীয়া প্ৰজাৰ বুকু ধপধপাব, পশ্চিমৰ একোদল বনুৱা আমাৰ দেশত টকা ঘটিবলৈ অহাৰ গম পালেও ডকাইট বুলি আমি আমি অস্থিৰ হওঁ, কোনোৱে যে, পানী পিঠা গুৰি টোপোলা বান্ধি পলাবলৈ সাজু হৈ ৰয়। এনেবোৰ কথাই আমাৰ নৈতিক বলৰ হীনতা প্ৰকাশ কৰে, তাৰ ফলতে সামান্য শত্ৰুৱেও আমাক ঠগিব পাৰিছে।

নুমলীগড়ত থকা দুহেজাৰ বনুৱা মিৰ্জ্জুম্লাৰ নাম শুনিয়েই পলাইছিল, তাকে দেখি জয়ধ্বজ সিংহও শিয়ালৰ দৰে চৰাইদেউলৈ পলাই গৈছিল, এই ভয়ে মিৰ্জ্জুম্লাক নথৈ সাহ দিছিল।

এতিয়াও আমি এনেবোৰ ভয়ৰ পৰা মুক্ত হ'ব পৰা নাই ; সেই বাবেই আমাৰ জাতীয় জীৱনত অপায় অমঙ্গল অসুখ অসুবিধাৰ তাণ্ডৱ লীলা ঘটিব লাগিছে। আহক আমি সকলোৱে সাহসেৰে হিয়া পূৰাওঁ।

---

## চৰিত্ৰ

**সাৰ সংক্ষিপ্ত—**

অসংখ্যাত আকাশী নক্ষত্ৰৰ মাজত ভোটাতৰা যেনে, অগণন মানুহ প্ৰাণীৰ মাজত চৰিত্ৰৱান তেনে। অসংখ্যাত তৰাই পোহৰাব নোৱাৰা আকাশক জগতক যেনেকৈ একচন্দ্ৰই পোহৰ কৰে, কোটি কোটি নৰনাৰীক একোজন চৰিত্ৰৱানে পাপৰ পৰা মুক্ত কৰে।

চৰিত্ৰ অন্তৰাত্মাৰ গুণ, কাৰ্য্যত দেখা দিয়ে, তেতিয়া চৰিত্ৰৱান দেৱতাৰ দৰে পূজ্য হৈ পতিত সমাজৰ কৰ্ণধাৰ হৈ পৰে।

ইয়াক পৈতৃক সম্পত্তিৰ দৰে লাভ কৰা অসাধ্য, সাধনাৰ দ্বাৰাহে সিদ্ধি হয়, পৰৰ পৰা দান লোৱাও অসম্ভৱ। চৰিত্ৰৰ মূলধন নিজেই ই সৰ্ব্বস্বান্তৰ স্যমন্তক, লক্ষপতিৰ কৌস্তুভ সদৃশ।

পুণীৰ ভিতৰ ফাল পাণীয়ে যেনেকৈ চুব নোৱাৰে, চৰিত্ৰৱান হৃদয়ো সংসাৰৰ চোৰে তিয়াব নোৱাৰে, অৱস্থায়ো চৰিত্ৰৱানক টলাব নোৱাৰে। এনে আপুৰুগীয়া গুণলৈ আমাৰ ধাউতি হোৱা উচিত।

### শব্দাৰ্থ ব্যাকৰণ আদি—

**চৰিত্ৰ**—চৰ্+ইত্ৰ; যি চলন ফুৰণত প্ৰকাশ প্ৰায়, সু বা কু প্ৰবৃত্তি স্বভাৱ।

**ভোটা তৰা**—শুক্ৰগ্ৰহ, সকলোতকৈ উজ্জ্বল, পুৱঁতী নিশা ওলোৱা তৰা।

**পৈতৃক**—পিতৃ+ষ্ণিক; বোপা ককাদিনীয়া, সাতাম পুৰুষীয়া আগৰ কালৰ।

প্ৰতিফলিত—এঠাইৰ এটা বস্তু আনঠাইত প্ৰকাশ হোৱা।

টোকা—স্বচ্ছ বস্তু তিনিটা—পানী, বায়ু আৰু আঁৰ্চি মানুহৰ চকু আদিত প্ৰতিবিম্বিত হয়, মৰুভূমিৰ মৰীচিকাও সেয়ে।

থুনুপাকটোকে—চিপ্‌জৰী লগোৱা ধনথোৱা সৰু মোনা।

আকৰ্ষণ—আ—কৃষ্‌+অন, নিজৰ ফালে টনা, লোকৰ ফালে ঠেলাক বিকৰ্ষণ বোলে।

টোকা—চাৰ আইজাক নিউটনে মাধ্যাকৰ্ষণ শক্তি আবিষ্কাৰ কৰিলে।

স্যমন্তকমনি—সূৰ্য্য দেৱতাই পুৰস্কাৰ স্বৰূপে সত্ৰাজিতক দিয়া উজ্জ্বল মণি।

অনুদ্বিগ্ন—ন+উদ্‌বিগ্ন ; উত্ৰাৱল নহয়।

কৌস্তুভ—শ্ৰীকৃষ্ণৰ বুকৰ উজ্জ্বল মণি।

কোলাহলৰ—হাই উৰুমিৰ, গণ্ডগোলৰ।

পৰশমনি—পৰশ পাথৰ, যি মণি চুলেই মনৰ কমনা সিদ্ধি হয়।

পাশুপাত—পশুপতিৰ পৰা পোৱা অস্ত্ৰ বিশেষৰ নাম, শিৱৰ অস্ত্ৰ।

মেদিনী—মেদ—তেজ, ইনি ; মধুকৈতভ দানৱৰ তেজেৰে পৃথিবীৰ চাৰি আঙুল তিতিছিল, সেই দেখি পৃথিবীক মেদিনী বোলে, আৰু সেইহে চাৰি আঙুল তলৰ মাটিৰে হে শৌচকৰি মাটি লৈ পবিত্ৰ হোৱা যায় বুলি কথিত আছে।

সাহিত্যৰথী—ৰথী নহলে যেনেকৈ ৰথৰ ঘোঁৰাই বাট নোবোলে, সাহিত্য নৰ্জনা মানুহৰ হাততো সাহিত্যৰ চৰ্চ্চা ভালকৈ হব নোৱাৰে। সাহিত্যজনা মানুহহে সাহিত্যৰ সোৱাদ আনক দিব পাৰে, সাহিত্যৰ উন্নতি কৰে।

টোকা—অসমৰ সাহিত্যৰথী ৺লক্ষ্মীনাথ বেজবৰুৱাই সাহিত্যত ভালেমান পুথি দান কৰি অসমীয়াক নথৈ উপকাৰ কৰি গৈছে।

ক্ষত্রিয়—ক্ষত্র+ইন্ হিন্দুৰ দ্বিতীয় জাতি, ৰণ আৰু প্রজা পালনেই যাৰ ধৰ্ম্ম।

বানপ্রস্থ—বনত নিবাস, অৰন্যত বাস।

টোকা—হিন্দুৰ চাৰি আশ্রমৰ ভিতৰত গৃহাশ্রম উত্তম, যঁতী, ব্রতী বানপ্রস্থী আৰু গৃহী এই চাৰি আশ্রম।

মৃন্ময়—মাটিৰে তৈয়াৰী।

ৰাজর্ষি—ৰজাহৈ ঋষিৰ আচৰণ লোৱা। দেৱর্ষি আৰু ব্রহ্মর্ষিও ঋষিসকলৰ উৎকর্ষ সাধনৰ পাছৰ উপাধি।

কান্তি—পোহৰ, উজ্জ্বলতা, গুণ

মহাপুৰুষৰ—কৰ্ম্মঃ ধাঃ সমাস, মহান যি পুৰুষ,

টোকা—যেতিয়া পৃথিবীত পাপীৰ সংখ্যা সৰহ হয়, ধাৰ্ম্মিকক অধৰমীয়ে অত্যাচাৰ কৰে, ধৰ্ম্ম নষ্ট হবৰ উপক্রম হয় এনে সময়ত ঈশ্বৰে মানুহৰ ৰূপলৈ পৃথিবীত জন্ম লয়, দুষ্টক দমন শিষ্টক পালন কৰি পুনৰ ধৰ্ম্ম সংস্থাপন কৰে। অসমত শ্রীশঙ্কৰ দেৱ।

ক্ষণজন্মা—জন্মলৈ অলপ দিন থকা ; আৱশ্যকমতে জন্ম লোৱা।

পাৱকাগ্নি—পবিত্রকাৰী জুই।

আৱৰ্জ্জনা—ময়লা, শৰীৰৰ কু প্রবৃত্তি।

পাৰিপাৰ্শ্বিক—ওচৰ সম্বন্ধীয়, ওচৰ ঘৰীয়া।

আদান প্রদানত—লোৱা দিয়াত, দিয়া থোৱাত।

যষ্টি—লাখুটি য'ত ভৰদি চলা যায়।

খাটলা—লোকে টানি নিয়া গাড়ী।

ৰাজ ভাণ্ডাৰ—ৰজাৰ ধনৰ ভড়াল।

## কঠিন বাক্য আৰু অনুচ্ছেদৰ অৰ্থ—

**১। চৰিত্ৰৰ মূল ধন নিজেই !** (৯০ পৃঃ ২য় দফা)

**সঙ্কেত**—অন্য ধনবস্তু লোকৰ পৰা লৈয়ো ধনী হব পাৰি, কিন্তু চৰিত্ৰ হেন বস্তু আনৰ পৰা পাব নোৱাৰি, ই অন্তৰৰ বস্তু, নিজে দুখ কষ্টৰ মাজেদি অৰ্জ্জন কৰি লব লাগিব।

**১। চৰিত্ৰৱান সমাজৰ পৰশমনি।** (৯১ পৃঃ ১ম দঃ)

**সঙ্কেত**—পৰশমনি স্পৰ্শ কৰিলেএ যেনেকৈ আশানুৰূপ ফল পোৱা যায়, সেইদৰে চৰিত্ৰৱান মানুহৰ সংস্পশত থকা বা চৰিত্ৰৱানৰ আদৰ্শ দেখা সমাজেও সজ কাম সিদ্ধি কৰিব পাৰে, সজচৰিত্ৰ অৰ্জ্জন কৰিব পাৰে সমাজ উন্নত হয়।

**৩। অৱস্থা ভেদে……নঘটে** (৯২ পৃঃ ২য় দঃ)

**সঙ্কেত**—বাঘে যেনেকৈ মাংসৰ অভাৱত ঘাঁহ নাখায়, চৰিত্ৰৱান লোকেও বিপদত পৰিলেও স্বভাৱ নেৰে, অন্যায় নকৰে, সদায় অচল অটল ভাৱে থাকে।

**৪। জয় পৰাজয়ৰ……নাই।** (৯২ পৃঃ ২য় দঃ)

**সঙ্কেত**—সামান্য মানুহে জয়লাভৰ উন্মত্ত হয় আৰু পৰাজয়ত দগ্ধ হৈ পৰে, কিন্তু চৰিত্ৰৱান মানুহ দুই অৱস্থাতে একে ভাবেই থাকে, সুখ-দুখ হৰ্ষ-বিষাদে তেঁওক টলাব নোৱাৰে।

**৫। চৰিত্ৰ জীৱনৰ পাৰকাগ্নি।** (৯৫পৃঃ শেঃ দঃ)

**সঙ্কেত**—সৎচৰিত্ৰই মানুহৰ মনৰ অসৎ প্ৰবৃত্তিবোৰ লাহে লাহে আঁতৰাই নিয়ে, স্বাভাৱিকতাৰ পৰা বুজা যায়, নদীৰ মাজৰ এঠাইত অলপ ভাঁজ ’ৰ’লে ক্ৰমাৎ সৰহ হয়লৈ, সেইদৰে সজগুণৰ লগলৈ সজ আৰু অসজৰ লগলৈ অসজ গুণ আহি ক্ৰমাৎ বৃদ্ধিপ্ৰাপ্ত হয়।

## চমু টোকা সঙ্কেত দৃষ্টান্ত আদি

১। ৰজা পুৰুৱে বন্দী অৱস্থাতো কিদৰে চৰিত্ৰবলৰ পৰিচয় দিছিল ?

**সঙ্কেত**—গ্ৰীচৰ ৰজা বিখ্যাত আলেকজেন্দাৰে পঞ্জাব দখল কৰি ৰজা পুৰুক বন্দী কৰে। এদিন আলেকজেন্দাৰে পুৰুক কেনে ব্যবহাৰ কৰিলে তেওঁ ভাল পাব" এই কথাষাৰ সুধিলে। তাৰ উত্তৰত উদাৰ মনা চৰিত্ৰৱান পুৰুৱে কলে—ৰাজ পুৰুষৰ দৰে ব্যবহাৰ কৰিলে"। সঁচাকৈ সেই একেষাৰ কথাতে আলকজেন্দাৰৰ মন পালটি গল, পুৰুক স্বাধীন কৰি দিলে।

২। দাৰিদ্ৰ্য দোষেও যে চৰিত্ৰৱানক টলাব নোৱাৰে, তাৰ পটন্তৰ এটি দিয়া।

**সঙ্কেত**—লৰা ৰজাৰ অত্যাচাৰৰ নগাপৰ্বতত পলাই থকা গদা কোঁৱৰে নগাৰ হাতে কৌ পাতত ভাত খাইছিল, কিন্তু সেই বুলি তেওঁ বেজাৰ নকৰিছিল, বৰং ঘৰত খোৱা সোনৰ মাইহাঙৰ পৰা আহাৰ কৰা সুখ কৌপাততে পাইছিল।

৩। মহাপুৰুষ সকলৰ জীৱনীক চৰিত্ৰ বোলে কিয় ?

**সঙ্কেত**—গ্ৰন্থকৰ্ত্তাই কব খোজে যে, মহাপুৰুষ সকলৰ প্ৰত্যেক কামতে সজচৰিত্ৰৰ আদৰ্শ-ফুটি ওলায়, কোনো কৰ্ম্মতে অসৎ চৰিত্ৰৰ চাট পৰা দেখা না যায়, কিন্তু অন্য বৰলোকৰ জীৱনীত ভাল বেয়া দুই বিধেই প্ৰকাশ পায়।

৪। ভৰতৰ চৰিত্ৰবল কেনে ধৰণৰ ?

**সঙ্কেত**—ভৰতৰ মাকে পৰম যত্নে, বুদ্ধি কৌশল খটাই পুতেকক ৰজা পাতিছিল, কিন্তু তেওঁ উপযুক্ত চৰিত্ৰৱান পুৰুষ গতিকে অন্যায়

ৰকমে পোৱা ৰাজ আসনত তেওঁৰ গৌৰৱ বা আনন্দৰ ঠাই নহল। গতিকে বনৰ পৰাই ৰামক ঘূৰাই আনিবলৈ গ'ল, নিতান্ত ৰামক আনিব নোৱাৰি তেওঁৰ খৰম যোৰকে আসনত থৈ ৰামৰ হৈ প্ৰজাপালন কৰিছিল।

## সমাধান আক্ষেপ—

কবলৈ দুখলগা কথা চৰিত্ৰৱান মহাত্মা গান্ধীয়ে আমাক সজ-চৰিত্ৰৰ অতি উজ্জ্বল আদৰ্শ দান কৰি গৈছে। কিন্তু আমি সেই আদৰ্শ মুখেৰেহে কওঁ লব লাগে বুলি, কাৰ্য্যত বিপৰীত কৰিহে শান্তি পাওঁ। সেইহে গ্ৰন্থকৰ্ত্তাই কৈছে যে, ই খাব কৰা বস্তু নহয়, লোকে লোকক চৰিত্ৰৱান কৰিব নোৱাৰে।

সন্তানক পাঁচ বছৰলৈ লালন-পালন, দহ বছৰলৈ তাৰণ, ষোল বছৰৰ পৰা মিত্ৰ ভাৱে পালন কৰা উচিত। এই ছোৱা কালতে স্বভাৱৰ, গঢ় দিব নোৱাৰিলে, ডাঙৰ হলে চেষ্টা কৰা মিছা।

চৰিত্ৰৰ প্ৰয়োজন সদা সৰ্ব্বদা—ইয়াক সঙ্গী কৰিহে আমি সোজ-কাটল, ভাৱ-ভঙ্গী, বেহা-বেপাৰ, কথা-বতৰা, মৰম-স্নেহ, আদান, প্ৰদান, আচাৰ ব্যৱহাৰ আদিত আগবাঢ়িব পাৰোঁ। গতিকে জীৱনৰ লগৰী চৰিত্ৰক সাৰথি কৰি জন্ম সাৰ্থক কৰা উচিত।

---

# উন্নতি

**সংক্ষিপ্ত সাৰ**—আজি আমি যি বিচিত্ৰ সংসাৰ দেখিবলৈ পাইছোঁ, সভ্যতাৰ যি জখলাত ভৰি দিবলৈ সমৰ্থ হৈছোঁ, যি উপভোগ কৰিব পাৰিছোঁ, সেই সকলোৰে গুৰি উন্নতি মাত্ৰ।

উন্নতিৰ আন নাম পৰিৱৰ্ত্তন। জগত পৰিৱৰ্ত্তনশীল, ইয়াৰ আধাৰ দৰ্শনৰ দিব্যদৃষ্টি, আৰু বিজ্ঞানৰ বিশ্লেষণ। এই দুইৰ জন্মস্থান অভাৱ, অভাৱেই আবিষ্কাৰৰ মূল, এই অভাৱ শাৰীৰিক, মানসিক আৰু আধ্যাত্মিক তিনিও অৱস্থাতে খাটে। অভাৱ পূৰাবলৈ কৰা চেষ্টাই উন্নতিৰ সোপান।

ইয়াৰ শেষ খোপত ভৰি দিবগৈ কেতিয়া সি মানৱ সমাজৰ অনুভবলৈ অহা নাই।

কুসংস্কাৰ উন্নতিপথৰ হেঙাৰ। যি সমাজত কুসংস্কাৰে খোপনি পুতিছে সেই সমাজ সভ্য জগতত আগবঢ়া টান। গতিকে আমি এই হেঙাৰ দলেবলে ভাঙ্গি দি উন্নতিৰ মোহন মন্দিৰত প্ৰবেশ কৰিবলৈ অহোপুৰুষাৰ্থ কৰা উচিত।

## শব্দাৰ্থ আৰু ব্যাকৰণ

**উন্নতি**—উৎ—নতি ; আগবঢ়া, পুৰণি বা বেয়াখিনি, বাদদি ভালখিনি গ্ৰহণ কৰা। পৰিবৰ্ত্তনৰ ফল।

স্থিতি—স্থা—ক্তি ; থকা গুণ, নিৰ্দ্দিষ্ট।

জড়—নিৰ্জীৱ, অচেতন, চেতনাহীন।

চৈতন্য—সজীৱ, চেতনাযুক্ত, সচেতন।

শ্যামলা—শ্যামল—আ ; শ্যাম বৰনীয়া।

স্তৰে স্তৰে—খাপে খাপে, চামে-চামে, তৰপে-তৰপে, ভাগে-ভাগে।

ৰত্নগৰ্ভা—ৰত্ন গৰ্ভত ধৰা, ৰত্ন প্ৰসৱিনী।

টোকা—সোন, ৰূপ, হীৰা মনি সকলো বহুমূলীয়া বস্তু মাটিৰ তলত থাকে। অসমত অনেক বহুমূলীয়া ৰত্নত বাজেও চাহ, ধান, মাহ আদি উৎপন্ন হয়।

আমোদিত—আমোদ—ইত ; আনন্দ লগা, সুখময়।

উৰণ—আকাশত গতি কৰা জীৱ-চৰাই আদি।

বুৰণ—পানীত চৰা জীৱ—মাছ কাছ আদি।

গজন—গজে বি গছ গছনি-বিলাক।

ভ্ৰমণ—মাটিত খোজ কাৰি ফুৰা জীৱ মানুহ গৰু আদি, এই চাৰিটাতে অন প্ৰত্যয় হৈছে।

উৰ্দ্ধতম—উৰ্দ্ধতম ; অতি ওখ, আকাশ।

বিহঙ্গম—বিহঙ্গ—ও, আকাশত বিহাৰ কৰে। চৰাই, বিহগ, খেচৰ, দ্বিজ বোলে।

সগোত্ৰ—সমান গোত্ৰ যাৰ, বহুব্ৰীহি সমাস। জ্ঞাতি, একে জাতিৰ, একেকুলীয়া।

উৰণ-শক্তি—উৰণ বি শক্তি, কৰ্ম্মধাৰয় সমাস।

প্ৰতিকূল—বিপক্ষে, অনুকূল—সপক্ষে।

গণ্ডুষ—এখন হাতৰ তলুৱাত ধৰা পানী।

**নিগূঢ় ভাবে**—গোপনে, মনে মনে লুকাই থকা।

**অবাধ গতি**—যোৱাত বাধা নাই, গম—ক্তি, গতি।

**নিদর্শন**—নিছান, ইঙ্গিত দিয়া যন্ত্র।

**প্রবাহমান**—বলিথকা, বৈ থকা, চলিত।

**বৈচিত্র্যময়**—বিচিত্রতাপূর্ণ, নানা চিত্রেৰে ভৰা। বিচিত্র—ময়।

**বিক্ষিপ্ত**—সিঁচৰিত, যুৰিথকা।

**অনিমেষ নেত্রে**—চকু নপচৰাকৈ।

**ভ্রূক্ষেপ**—চকু দিয়া, চোৱা, বুজা।

**অসুৰ**—অস্—উৰন, অনার্য্য লোক।

**দ্রুত বেগে**—খৰকৈ, বৰ বেগেৰে, ততাতৈয়াকৈ।

**উদ্দাম**—উৎ—দাম, উছোগ, উলাহ।

**স্থিতিশীল**—স্থা—ক্তি—শীল-সদায় থকা, নিত্য।

**জীৱন তৰী**—জীৱন তৰী সদৃশ, অন্ত্যপদলোপী কর্ম্মধাৰয় সমাস। জীৱনক নাৱৰ লগত তুলনা কৰিছে। জীৱন-কাল।

**প্রয়াস**—হেঁপাহ, ধাউতি, কামনা।

**মহাপ্রয়াণ**—স্বৰ্গী হোৱা, মৃত্যু হোৱা।

**ধ্রুৱ**—সপ্তর্ষি মণ্ডলৰ পচৰত থকা এটি তৰা। ই উত্তৰ আকাশৰ একে ঠাইতে ওলায়, আনবোৰ তৰাৰ ঠাই সলনি হয় নাৱিক সকলে এই তৰালৈকে লক্ষ্য ৰাখি সাগৰত জাহাজ চলায়।

**অৱসান**—সামৰণি, যৱনিকা, শেষ।

**অলক্ষিতে**—নেদেখাকৈ, গম নোপোৱাকৈ।

**কেন্দ্রীভূত**—মাজঠাইত থকা, সমান দূৰত থকা।

**অন্তর্মুখী**—তলমূৰকৈ, অতি গোপ্য, নম্রহৈ।

## কঠিন বাক্য আৰু অনুচ্ছেদৰ অৰ্থ—

১। **সৃষ্টিৰ উন্নতিৰ…নাই।** (৯৬ পৃঃ ১ম দফা)

**অৰ্থ**—গ্ৰন্থকাৰে কৈছে যে সৃষ্টি সংসাৰত যিমানবোৰ বস্তু দেখা যায়, সেই সকলোৰে স্থিতি নাই, সদায় একেদৰে একে অৱস্থাতে নাথাকে, কেৱল উন্নতিহে সদায় আছে।

২। **জগতত জড়……আছে।** (৯৬ পৃঃ ২য় দফা)

**অৰ্থ**—বিশ্বজগতত যিমান পদাৰ্থ দেখা গৈছে সেই সকলোবোৰ দুই শ্ৰেণীত ভাগ হয় জড় আৰু চৈতন্য, এই দুই বিধেই উন্নতি কৰে, পৰিৱৰ্ত্তনশীল, গড় সালসলনি ঘটায়।

৩। **পৰিবৰ্ত্তন উন্নতিৰ লক্ষণ।** (৯৭ পৃঃ ৩য় দফা)

**অৰ্থ**—যেতিয়াই আমি চকুৰে দেখো, মনেৰে ভবা আৰু হাতেৰে চুব পৰা বস্তুত গঢ়গতি সলনি হোৱা দেখোঁ, তেতিয়াই তাৰ উন্নতি হৈছে বুলি বুজিব পাৰোঁ।

৪। **অভাৱেই……মূল।** (৯৮ পৃঃ ২য় দফা)

**অৰ্থ**—যেতিয়া মানৱ সমাজত কোনো কিছুৰ অভাৱে দেখা দিয়ে, তেতিয়াই মানুহে সেই অভাৱ পূৰাবলৈ যত্ন কৰে, তাৰ ফলত কিবা এটা উপায় ওলায়, সেয়ে আৱিস্কাৰ, সেই আবিষ্কাৰৰ ইচ্ছা অৰ্থাৎ বিচাৰিবলৈ ধাউতি হোৱাত নানা ৰকমৰ তত্ত্ব বাহিৰ হয়, সেয়ে উন্নতিৰ মূল।

৫। উন্নতিৰ বিৰাম নাই শেষ নাই।

**অৰ্থ**—জগতত এটা উন্নত জাতিয়ে কোনো এক বিষয়ৰ আলোচনা কৰি কিবা এটা উলিয়ালে আকৌ আন এজাতিয়ে বা সেই জাতিৰে অন্য কিছুমান মানুহে আন এটা উলিয়ালে, এইদৰে এটাৰ পাছত

আন এটা ওলাই থাকে সেই সেই জাতিয়েও এটা শেষ কৰি অপেক্ষা নকৰি নতুন এটা উপায়ৰ আলোচনা কৰে, গতিকে বিৰাম ও নাই, অন্তও নাই। আৰু উন্নতিৰ নো শেষ কেতিয়া হব ক'ত হব তাক ভাবি স্থিৰ কৰাও টান কাম।

## চমু টোকা সঙ্কেত আদি—

১। ৰত্নগৰ্ভা আৰু ৰত্নাকৰ কাক বোলে? কিয়?

**সঙ্কেত**—হীৰামণি মৰকত সকলোখিনি মূল্যৱান বস্তুকে পৃথিবীৰ তলৰ পৰাই উদ্ধাৰ কৰা যায়, গতিকে পৃথিবীক ৰত্নগৰ্ভা বোলে।

নীলমনি পদ্মৰাগমনি, বাখৰ, পোৱাল আদি মূল্যৱান অনেক বস্তু সাগৰৰ পৰা উদ্ধাৰ কৰে, গতিকে সাগৰকে ৰত্নাকৰ বোলে।

২। উন্নতিৰ মূলতে কি কি বিষয় কেইটা?

**সঙ্কেত**—দৰ্শনৰ দিব্যদৃষ্টি আৰু বিজ্ঞানৰ বিশ্লেষণ এই দুয়েই উন্নতিৰ আধাৰ।

৩। সভ্যতাৰ নিদৰ্শন কি?

**সঙ্কেত**—উন্নতিয়েই সভ্যতাৰ নিদৰ্শন।

৪। সভ্য আৰু অসভ্য হোৱাৰ মূলীভূত কাৰণ কি?

**সঙ্কেত**—যি জাতিয়েই জগতত উন্নতি কৰিছে সেয়ে সভ্য যি জাতিয়েই উন্নতি কৰিব পৰা নাই, সেয়ে অসভ্য বা অৰ্দ্ধাসভ্য হৈ ৰৈছে।

৫। উন্নতিৰ প্ৰতিবন্ধক ঘাইকৈ কি?

**সঙ্কেত**—কুসংকাৰেই উন্নতিৰ প্ৰতিবন্ধক। যি জাতিয়েই কুসংকাৰত পোত গৈ আছে, সেই জাতিয়েই উন্নতি কৰিব পৰা নাই।

সমাধান আক্ষেপ—

পৰিৱৰ্ত্তনশীল জগতত পৰিৱৰ্ত্তন হবই, তাত বাধা দিবলৈ শক্তিৰ নাটনি, অনেক সময়ত বাধা দিবলৈ যোৱাৰ পৰা বিপ্লৱৰ সৃষ্টি হয়।

আমি পুৰণি সকলোবোৰ ভাল, আৰু নতুন সকলোবোৰ বেয়া বুলি ভবা নিতান্ত ভুল। কেবল নতুন পুৰণি দুয়োৰে সামঞ্জস্য ঘটাই পৰিবৰ্ত্তনৰ মাজেদি জীৱন বা সমাজক চলাই নিব পাৰিলেহে সভ্যজগতৰ শাৰীত ঠাই পামহক।

আমাৰ সমাজৰ কুসংস্কাৰবোৰ যুক্তিৰ বলেৰে খণ্ডন কৰি বৰ সাৱধানে জ্ঞান বিজ্ঞানত আগবঢ়া উচিত।

---

# আত্মজ্ঞান

**সংক্ষিপ্ত সাৰ**—"চিন ভাই চিন, চিনিব নোৱাৰিলে ই ভিন ভিন" এই কথাষাৰৰ অৰ্থ আত্মজ্ঞান, দেহতত্ত্ব, আত্মতত্ত্ব, আদি শাস্ত্ৰীয় বচনৰ লগত বেছ সাদৃশ্য আছে।

সঁচৰাচৰ কোৱা শুনা যায়, "গাতে চিকুট মাৰি চোৱা" ইয়াৰ অৰ্থ আত্মক উপলব্ধি কৰা, সেয়ে হলে আৰু একোকে পাবলৈ বাকী নাথাকে।

আত্মজ্ঞানেই মানুহৰ সকলো জ্ঞানৰ মূল, ইয়েই জীৱনৰ পৰশ-পাথৰ, ইয়াৰ পৰশত জীৱনৰ সকলো আৱৰ্জ্জনা দূৰ হয়, আত্মা-পবিত্ৰ হৈ সেই মহান পবিত্ৰৰ লগত লয় হয়।

আত্ম উপলব্ধিৰ কথা ধৰ্ম্ম শাস্ত্ৰৰ মাজেদি, জ্ঞানীলোকৰ মুখে শুনিলৈ, সাধনা, নিষ্ঠা আৰু একাগ্ৰতাৰে কৰ্ত্তব্য পালন কৰি গলেহে ই জীৱনত প্ৰতিফলিত হয়।

অতএৱ আমি জ্ঞানী গুৰুৰ সমীপত উপদেশলৈ মনৰ সংশয় দূৰ কৰা উচিত।

## শব্দাৰ্থ আৰু ব্যাকৰণ আদি—

**আত্মা**—পৰমব্ৰহ্ম পৰমেশ্বৰৰ প্ৰতিবিম্ব। ই জীৱৰ শৰীৰত প্ৰতিবিম্বিত হয়, এয়ে চৈতন্য তাত বাজে মন, বুদ্ধি, চিত, অহঙ্কাৰ আদি সকলোৱেই জড়, আত্মাকে মই বোলা যায়।

**আত্মজ্ঞান—**এই মই বা আত্মা কি বস্তু, ইয়াৰ ধৰ্ম্মাধৰ্ম্ম কি, ইত্যাদি কথা বুজাই আত্মজ্ঞান।

**দৰ্শন—**দৃশ্‌+অনট; চকু, দেখা শক্তি।

**অৱস্থা**—অৱ—স্থা+অ; কাল অনুসৰি গতি পথ।

**শাস্ত্ৰ**—শাস+স্ত্ৰন; যি শাসন কৰে, যাৰ উপদেশে সমাজ চলায়।

**তপস্যা**—তপস+স্ত্ৰী—ওপৰে সূৰ্য্যৰ তাপ, তলে অগ্নিৰ তাপৰ ঈশ্বৰ চিন্তা।

**আত্ম-গ্লানি**—নিজক ঈশ্বৰতকৈ হীন ভবা, আৱশ্যকীয় গুণৰ অভাৱ স্বীকাৰ।

**আত্ম-দৌৰ্ব্বল্য—**নিজৰ দুৰ্ব্বলতা, নিজৰ অভাৱ, নজনা কথা।

**জ্ঞান-ভাণ্ডাৰ—**ষষ্ঠীতৎপু; সমাজ, বিবেক, জ্ঞানৰ ভাণ্ডাৰ, জ্ঞানৰ ভঁড়াল।

**অন্তর্মুখী**—অন্তঃ+মুখী ; অন্তর্জগতলৈ মন দিয়া, আত্ম-তত্ত্বলৈ ধাউতি কৰা।

**বহির্মুখী**—বহিঃ+মুখী—বহির্জতলৈ মন দিয়া, বিশ্ব সম্বন্ধে বুজিবলৈ চেষ্টা কৰা।

**আত্মসন্দীহান**—আত্মাৰ প্ৰতি সন্দেহ জনক, আত্ম-সম্বন্ধে জানিবলৈ বাকী আছে বুলি ভাব হোৱা।

**টোকা**—পৰিপ্ৰশ্নেৰে ইয়াৰ সমাধান হয়।

**আলমতেহে**—সহায়তহে, আশ্ৰয়তহে।

**টোকা**—কলৰয় ঢোকাৰ আলমত, ঢোকা ৰয় কলৰ আলমত।

**উভহাঁবোৰ**—খুটবোৰ, দোষবোৰ, অসৎ প্ৰবৃত্তিবোৰ মনৰ মলি।

**আত্মদৃষ্টিয়ে**—আত্ম-তত্ত্ব বুজিবলৈ মন কৰাত, সংসাৰৰ সকলো ধৰ্ম্ম কৰ্ম্ম নিজৰ দেহাতে খটুৱা।

**অভিজ্ঞতা**—কাৰ্য্যক্ষেত্ৰত পোৱা জ্ঞান, কাম কৰি পোৱা প্ৰমাণ। ইয়েই মানৱ জীৱনৰ কৰ্ণধাৰ, অভিভাৱক।

**আত্মবল**—মনৰ বল, শৰীৰ দুৰ্ব্বল হলেও যি কামলৈ ধাউতি জন্মায়।

**ওকটাতকৈ**—ধুই পখালি ঢফা কৰাতকৈ।

**বিভীষিকাই**—আহুকালে, অসুবিধাই।

**আত্ম-জিজ্ঞাসা**—নিজকে নিজো প্ৰশ্নকৰা, যেনে "মই" কি, ক'ৰ পৰা আহিল, ইত্যাদি কথা ভবা চিন্তাকৰা।

**আত্ম-বিশ্লেষনেই**—নিজৰ শৰীৰৰ ভিতৰত থকা বৃত্তিবিলাক তন্ন্‌তন্নকৈ চিনা, বুজা, সম্বন্ধ বা কাম জনা।

**সচকিত**—শঙ্কাযুক্ত, পেটত সন্দেহ ৰাখি।

**প্ৰকৃত বিজ্ঞান**—জ্ঞান, বিজ্ঞান, তদং আৰু ৰহস্য এই চাৰিটাই ঈশ্বৰ লাভৰ সোপান।

**আত্ম-পৰিচয়**—প্ৰকৃত বিজ্ঞানেই আত্মাৰ পৰিচয় দান কৰে। আত্মাৰ সম্বন্ধে জানিব লগীয়া সকলো কথাৰ সম্ভেদ দিয়ে।

## কঠিন বাক্য আৰু অনুচ্ছেদৰ অৰ্থ—

**১। আত্ম জ্ঞানেই……বিজ্ঞান।** (১০২ পৃঃ ১ম দফা)

**অৰ্থ**—আত্মজ্ঞান জন্মিলে আৰু একো জ্ঞানৰে আৱশ্যক নাথাকে। গতিকে আত্মা কি বস্তু, ইয়াৰ ধৰ্ম্ম কি, ইয়াৰ কৰ্ম্ম কেনে, উদ্দেশ্যই বা কি ইত্যাদি কথা বুজাকে বিজ্ঞান বোলে।

**২। আত্ম জিজ্ঞাসাই……উত্তৰ।** (১০২ পৃঃ শেষ)

**অৰ্থ**—প্ৰথম প্ৰশ্নৰ উত্তৰ স্বৰূপে দিয়া কথা খিনি বিচাৰিব লাগিব নিজৰ অন্তৰতে, নিজৰ বিবেকক প্ৰশ্ন কৰিব লাগিব, বিশ্বক নিজৰ দেহাতে ৰিজাব লাগিব, তেতিয়াহে উত্তৰ পোৱা যাব।

**৩। অন্তৰ্মুখী……দাপোন** (১০২ পৃঃ ৩য় দফা)

**অৰ্থ**—তুমি জগজীৱ, তোমাক পূজিলে
মিলে আপোনাতে যাৱ,
যেন মুখ স্ত্ৰীক প্ৰতিবিম্ব মুখে,
দেখিয়া দৰ্পণ চায়।

(প্ৰহ্লাদ চৰিত্ৰ)

ভগৱান শ্ৰীকৃষ্ণে কুৰুক্ষেত্ৰতে চকু মুদিবলৈ কোৱাত বিশ্বব্ৰহ্মাণ্ড গোটেই খন নিজৰ অন্তৰতে দেখিছিল।

৪। আত্ম গ্লানিয়েই……ভুমুক। (১০২ পৃঃ ৪র্থ দফা)

অৰ্থ—তাপস সকলক তপৰ পৰা বিৰত কৰিবলৈ যেনেকৈ অনেক অসৎ প্রবৃত্তিয়ে আহুকাল কৰে, আত্ম-শিক্ষার্থী সকলকো কিছুমান শক্ৰুৰে আত্ম-সংযমৰ পৰা বিৰত কৰে। যেতিয়া এই গ্লানিয়ে নিজক আক্রমণ কৰিব, তেতিয়াহে আত্ম-উপলব্ধিত প্রবেশাধিকাৰ জন্মে।

৫। আত্ম সমালোচনা……কুলাচালনী। (১০৩ পৃঃ ২য় দফা)

অৰ্থ—আত্ম-জ্ঞানী হবলৈ গলে কি কি বিষয়ে কিমান বোধ হৈছে আৰু কিমান দূৰ বাকী আছে ইত্যাদি অনুভৱ হব লাগিব, নিজক শিক্ষার্থী নাপাতিলে, পৰিপ্ৰশ্নৰ ছলেৰে অভ্যাস নকৰিলে আত্মতত্ব উপলব্ধি নহয়।

৬। আত্মজ্ঞানৰ কথা……লাভ হয়। (১০৪ পৃঃ ২য় দফা)

অৰ্থ—ধৰ্ম্ম শাস্ত্র বা গুৰুৰ মুখে আমি আত্ম-তত্ত্বৰ কথা শুনো, কিন্তু শেয়ে সিদ্ধি নহয়, যেতিয়ালৈকে নিষ্ঠাৱান হৈ একাগ্ৰমনে, সাধনাৰ অভ্যাস কৰা নাযায়।

৭। আত্ম জ্ঞানেই জীৱনৰ পৰশমণি। (১০৪ পৃঃ শেষ)

অৰ্থ—জীৱনৰ উদ্দেশ্য হৈছে উন্নতি কৰি পূর্ণ মানৱতা লাভ কৰা, সেয়ে হলেই পুনৰ্জন্ম পাহৰি পৰমব্রহ্মত লীন যাব পাৰি। লক্ষিতে বা অলক্ষিতে প্রাণীৰ উদ্দেশ্য এয়ে। ইয়াক সিদ্ধি কৰিমলৈ শান্তিময় জীৱন গঢ়ি লব লাগিব, ইয়াৰ বাবে প্রেম, ভক্তি পৰম সম্বল আৰ্জ্জি লব লাগিব, ত্যাগ ভিন্ন সেই প্রেম দুষ্প্রাপ্য, সেই ত্যাগেই মায়ামৰ্দন এইবোৰৰ বাবেই আত্ম শিক্ষাৰ নিতান্ত প্রয়োজন।

## চমু টোকা, সঙ্কেত পটন্তৰ আদি—

১। আমাৰ ধৰ্ম্ম শাস্ত্ৰ ঘাইকৈ কি কি আৰু সেই বোৰৰ মূল উপদেশ কি?

**সঙ্কেত**—হিন্দুৰ মূলশাস্ত্র অলেখ তাৰ ভিতৰত ঋকৃবেদ, সামবেদ, যজুর্ব্বেদ, অথৰ্ব্ববেদ, ছয় দর্শন, চৌদ্দ শাস্ত্র, ওঁঠৰ পুৰাণ প্রধান।

আমাৰ সকলো ধৰ্ম্মশাস্ত্ৰৰে মূল উপদেশ আত্ম উপলব্ধি কৰা নিজক চিনিলোৱা, তেতিয়াই বিশ্বৰ লগত বিশ্ব-নিয়ন্তাৰ, বিশ্ব-নিয়ন্তাৰ লগত আমাৰ কি সম্বন্ধ ইত্যাদি বুজা হয়।

২। আত্মজ্ঞান লাভ কৰিবৰ উপায় কি ?

**সঙ্কেত**—অন্তর্মুখী জ্ঞানেই আত্মজ্ঞান, তাক জানিবলৈ আত্ম পৰীক্ষাৰ আৱশ্যক।

৩। প্রথমে আত্ম-জ্ঞানে ক'ত দেখা দিয়ে ?

**সঙ্কেত**—যেতিয়া নিজৰ দোষ দেখিবলৈ নিজেই সমর্থ হোৱা যায়, তেতিয়াই আত্ম জ্ঞানৰ আৰম্ভ হৈছে বুলি অনুমান কৰিব পাৰি। যেনে—পুত্র উপজিলে আনন্দ নকৰে, মৰিলে নকৰে শোক।

৪। আত্ম সমালোচনা আত্ম-জ্ঞানৰ কুলাচালনী কথা বুজাই লিখা।

**সঙ্কেত**—যেতিয়া আমি আমাৰ কাৰ্য্যাৱলী সমালোচনা কৰোঁ, তেতিয়া কিমান সজ প্রবৃত্তিৰ অনুশীলনী হৈছে, তাক বুজিব পাৰিলেই আত্মজ্ঞানৰ পৰিমাণ বুজা যাব।

**টোকা**—মহম্মদ নিতৌ পুৱা মচজিদলৈ অহা যোৱা কৰা বাটত কাঁইট পোতা বুঢ়ীজনীৰ, নৰীয়া হোৱা খবৰ পাই, তেওঁ প্রতিপাল কৰিবগৈ পাৰিছিল, তেনেবোৰ কামত আমাৰ কিমান ৰাপ ৰহিছে তাক বুজা।

৫। আত্ম-জ্ঞানেই মানুহৰ সৰ্ব্ববিধ জ্ঞান অনুভূতিৰ যে মূল, তাৰ পটন্তৰ দিয়া।

**সঙ্কেত**--এক অনাদি কাৰণৰ পৰা এই বিশ্বৰ উৎপত্তি, ক্রম-বিকাশৰ পৰা বিকশিত হৈ সি বৰ্ত্তমানৰ অৱস্থা পাইছেহি।

কীৰ্ত্তনৰ চৌবিবছ অৱতাৰ অর্থাৎ মানৱ দেহ চৌবিবছ তত্ত্ব বিশিষ্ট বিশ্ব-নিয়ন্তাৰ প্রতিমূৰ্ত্তি মাত্র। আমি তাকে নাজানি বাহিৰত বিচাৰোঁ, অনন্ত কোটি বিশ্বব্রহ্মাণ্ড আকাশ পৃথিৱী, সাগৰ পৰ্ব্বত সকলো ক্ষুদ্র মানৱ দেহাতে সন্নিবেশিত। তাকেহে এদিন কাল-গোপালে যশোদাৰ কোলাতে শুই মুখ মেলি দেখুৱাইছিল। গতিকে ক্ষুদ্র দেহাক বুজিল পাৰিলেই বিশ্বৰ জ্ঞান জন্মিব। বেলেগে কোনো বিষয়ৰ জ্ঞানকে অভ্যাস কৰিবৰ দৰ্কাৰ নাই। সেই দেখি জ্ঞান বুলিলে ঈশ্বৰ তত্ত্বকেহে বুজায়।

৬। ১০৪ পৃঃ ১ম দফাৰ ভাবাৰ্থ কি?

**সঙ্কেত**—গ্রন্থকৰ্ত্তাই কৈছে যে, যি মানুহে আত্মজ্ঞানৰ বাবে নিজৰ অৱস্থা নিজে ভাবিবলৈ আৰম্ভ কৰে, তেতিয়াই তেওঁ আত্ম-উপলব্ধিৰ বাটত আগ বাঢ়ে, কিয়নো তেওঁৰ চৰিত্রত থকা দোষবোৰ নষ্ট কৰিবলৈ চেষ্টা কৰোঁতেই লোকৰ দোষ ধৰিবলৈ সময় নাথাকে, গতিকে তেওঁ একানপতীয়াকৈ তত্ত্বানুসন্ধান কৰিব পৰাৰ বাবে খোপত খোপে আগ বাঢ়ি যাব পাৰে।

টোকা—অৱতাৰ পুৰুষ শ্রীৰামচন্দ্রে এদিন ভক্ত-হনুক সুধিলে "বাচা তুমি মোক কেনে ভাব কৰা?" ভক্ত হনুমন্তে উত্তৰ দিলে মোৰ মই অহং আদি ভাৱ থকাত দাস ভাৱে তুমি প্রভু আমি দাস, সম্পূর্ণ আত্ম-বোধ নোহোৱা ছোৱাত কেৱল দেহাভাব অল্প আঁতৰিছে এনে অৱস্থাত অংশা অংশী তুমি পূৰ্ণ আমি অংশ, কিন্তু যেতিয়া আত্ম-তত্ত্ব উপলব্ধি হয়, তেতিয়া অভেদ ভাৱ তুমি যেনে আমি তেনে।

৬। দেহতত্ত্বৰ ২৪টা অংশ কি কি ?

সঙ্কেত—সৃষ্টিৰ আদি বিন্দুব্ৰহ্ম, তাৰ পাছত ঈশ্বৰ আৰু মায়া, চৈতন্য আৰু জড়, পুৰুষ বা প্ৰকৃতি, সত্ব, ৰজ আৰু তম জীৱ বা প্ৰকৃতিৰ গুণ, জীৱ আত্মাৰ গুণ, আত্মা-পৰমাত্মাৰ গুণ। বুদ্ধিয়েই জীৱৰ-আত্মা, বুদ্ধিৰ বিকাশেই মন, মনেই ভাবৰ উৎপাদক, ইন্দ্ৰিয়তকৈ মন, মনতকৈ বুদ্ধি, বুদ্ধিতকৈ আত্মা শ্ৰেষ্ঠ।

**শৰীৰ দুই প্ৰকাৰৰ**—লিঙ্গ শৰীৰ, স্থূল শৰীৰ।

**লিঙ্গ শৰীৰ পঞ্চ কোষময়**—আনন্দময় কোষ, বিজ্ঞানময় কোষ, জ্ঞানময়, মনোময় আৰু প্ৰাণময়। আনন্দত বুদ্ধি চিত, বিজ্ঞানত মন, অহঙ্কাৰ, মনত প্ৰাণ, দেহ প্ৰাণময়—দেহ পঞ্চভূতৰ দ্বাৰা, প্ৰাণ মনৰ দ্বাৰা, মন অহঙ্কাৰ "মই" বা "আমিৰ দ্বাৰা চালিত।

**স্থূল শৰীৰত**—জ্ঞানেন্দ্ৰিয় কৰ্ম্মেন্দ্ৰিয়।

**পঞ্চভূত**—পঞ্চ তন্মাত্ৰ ভুক্ত, স্থূল শৰীৰ নষ্ট হলেও মন আৰু অহঙ্কাৰ থাকেই। সেইহে কয় আত্মা অমৰণ অভগণ আৰু অন্তশূন্য।

**দেহাৰ ২৪ তত্ত্ব**—

(অষ্ট প্ৰকৃতি)—মন, বুদ্ধি, অহঙ্কাৰ, ৰূপ, ৰস, শব্দ, গন্ধ, স্পৰ্শ (একাদশ ইন্দ্ৰিয়)—চকু, কাণ, নাক, জিভা, ছাল, গুহ্য, লিঙ্গ, হাত, ভৰি, মুখ আৰু মন, (পঞ্চভূত)—মাটি, পানী, বায়ু জুই আৰু আকাশ। এই সকলোৱেই জড়, তাতে চৈতন্য সংযোগ হৈ প্ৰাণীৰ সৃষ্টি।

**বেদান্তৰ মত**—

জগতৰ মূল কাৰণ পৰমব্ৰহ্ম, তেওঁৰ শক্তিৰ পৰাহে জগতৰ উৎপত্তি, প্ৰলয় আৰু কালত লয়প্ৰাপ্ত হয়। ইয়াকে মায়া বা প্ৰকৃতি বোলে, জীৱৰ জন্ম নাই, প্ৰকৃতি জগতৰ উপকৰণ, অষ্টম প্ৰকৃতি জয়,

পুৰুষ বা আত্মা চৈতন্য, মই অহংভাৱ জড় আৰু চৈতন্যৰ সংযোগত ইয়াৰ উৎপত্তি, "অহং" ইয়াৰ পৰাই সৃষ্টি, স্থিতি আৰু প্ৰলয় সংঘটিত হয়। ( অবোধ দীনেশে ইয়াকে কয় )।

যেতিয়ালৈকে মই বা চৈতন্য শক্তি মানৱৰ হৃদয়ত থাকে, তেতিয়া-লৈকে মানৱ পূজ্য, উপাস্য, শুদ্ধ, সত্ব আৰু ধন্য, কিন্তু সেই চৈতন্যই এৰাদিলেই শৰীৰ অশুদ্ধ, অপূজ্য আৰু অশ্ৰদ্ধেয় হৈ পৰে।

সেইহে মহাপুৰুষ শ্ৰীশঙ্কৰ গুৰুৱে কৈছে—"ভকতত ভকতি ভকতত পিৰিতি," "ভকত ভগৱন্ত একে কায়, ভকতত ভকতি কৰিয়োক ভাই" ইত্যাদি ইত্যাদি।

## সমাধান আক্ষেপ—

আমাৰ ধৰ্ম্ম শাস্ত্ৰৰ প্ৰতি পাততে আত্মশিক্ষাৰ কথা সোণালী আখৰে বৰ্ণনা কৰিছে। সেইবোৰ আমি ভাষৈক বুজিবৰ অৰ্থে গুৰুৰ আৱশ্যক। গুৰুৰ দ্বাৰা পৰিগ্ৰহণ আৰু পৰিবৰ্জ্জন বুজিলৈ কঠোৰতাৰ মাজেদি হলেও আত্ম-শিক্ষা অনুশীলনীৰ আৱশ্যক। প্ৰতি পালিত নহলে কেৱল শাস্ত্ৰৰ বচন মুখস্থ কৰিলেই একো নহয়।

কচু পাতত পানী থাকে, কিন্তু পানী পাতত নালাগে, সেইদৰে আমি ও সংশয়েত থাকি সংসাৰৰ যাৱতীয় কাম সমাধা কৰিও ভগৱন্ত উপাসনাৰে মন পৱিত্ৰ কৰিব লাগে। পবিত্ৰ মনৰহে ভগৱন্তৰ স্থিতি, চিত্তশুদ্ধি নহলে ভক্তি অচল নহয় ভক্তিৰ কালত প্ৰেমভক্তিৰ গুণত জগতত বিচৰণ কৰিব লাগিব, তেতিয়া অনুভৱ হ'ব—

"যোবৈ ভূমা তৎসুখং, নাল্পে সুখমস্তি"॥ যি মহাবিৰাট, মহান, সৰ্ব্বজ্ঞানী, সৰ্ব্বজ্ঞ, সচ্চিদানন্দ, তেৱেঁই সুখ। তেতিয়াহে আত্ম

তত্ত্বলৈ প্ৰবল ধাউতি জন্মিব, ফলত অচীৰ কালতে নিজতে বিৰাট বিশ্ব অৱলোকন হ'ব। সেয়ে স্বৰ্গ, সেয়ে নিৰ্ব্বান, সেয়ে মোক্ষ, ধৰ্ম্ম অৰ্থ আৰু কামনা। তেতিয়াই বুজিব পৰা হ'ব—জীৱনৰ চৰম উদ্দেশ্য সিদ্ধি হ'ল, চিন্তামণি জন্ম বিফলে নগ'ল।

## সমাপতি

শ্ৰীদীনেশ্বৰ দত্ত
২৭, ৬, ৪৯